


## পাতনি।

এই "অজামিল উপাখ্যান" নামেৰে পুথি খনি প্ৰকাশ কৰা গল। অতি প্ৰাচীন কালৰ লিখা এই পুথিখনি প্ৰায় অতি কষ্টেৰে জুকিলোঁ। পুথি খনিৰ আখৰ ইমান অস্পষ্ট যে মাতিবলৈ বৰ টান। কোনো ৰকম তুলি এই কিতাপটি ৰাইজৰ আগলৈ আগবঢোয়া হল, ৰাইজৰ যেন দয়া চকু পৰে এই আশা, বটা ছুটা দোষ ক্ষমা কৰে এইয়ে শৰণ গোহাৰি।

ঘিলাধাৰী
পোঃ অঃ বৰুৱাগাওঁ



বিনীত
শ্ৰীযোগেশ্বৰ সন্দিকৈ।





শ্রীকৃষ্ণায় নমঃ।

# অজামিল উপাখ্যান।

—০ঃ*◡*ঃ০—

শ্রীকৃষ্ণায় বাসুদেবায় দৈৱকী নন্দনায়চ,
নন্দ গোপ কুমাৰায় গোবিন্দায় নমো নমঃ।
নমঃ পঙ্কজনাভায় নমঃ পঙ্কজ মালীনে,
নমঃ পঙ্কজ নেত্ৰায় নমস্তে পঙ্কজঙ্ঘ্ৰয়ে।
বসুদেব সূতং কৃষ্ণং কংস চানুৰ মৰ্দ্দনং
দৈৱকী পৰমানন্দং কৃষ্ণং বন্দে জগদ্ গুৰু।

## পদ।

জয় জয় জগত জনক জনাৰ্দ্দন।
জয় দামোদৰ দুষ্ট দানৱ মৰ্দ্দন॥
সজ্জন ৰঞ্জন নাৰায়ণ নিৰাকাৰ।
কৃষ্ণৰ চৰণে মনে মোৰ নমস্কাৰ॥
নমো নমো মধু মুৰ সূদন দৈত্যাৰি।
প্ৰণতো পালক নমো পাতক সংহাৰি॥

শুনা সাৱধানে ইটো কথা ভাগৱত।
অজামিল উপাখ্যান কৰিবো বেকত ॥
নিগদতি শুক শুনিওক নৃপবৰ।
যেন পাপে যিবা নৰ পাৱে অথন্তৰ ॥
শুনা সাৱধানে ঘোৰ নৰকৰ স্থিতি।
ইহাক শুনিলে পায় পৰম তৃপিতি ॥
ধৰ্ম্মসে কৰোক পাপ নকৰোক প্ৰাণী।
কৃষ্ণৰেসে আজ্ঞা ইটো চাৰি বেদ বাণী ॥
সিজে মহা পাপ মাধৱৰ আজ্ঞাভঙ্গ।
ভুঞ্জাৱে যাতনা তাক যমে সেহি সঙ্গ ॥
পৰ বিত পৰ পুত্ৰ ভাৰ্য্যা যিতো হৰে।
অন্তকালে কাল পাশে বান্ধি দুত ধৰে ॥
দুতৰ মুৰ্ত্তিক দেখি কাম্পে সৰ্ব্ব গাৱে।
ক্ষুধায়ে পিয়াসে কৰে সিটো আৰ্ত্ত ৰাৱ ॥
মহাপীড়া পায় মুৰ্চ্ছা যায় মন্দ ভাগী।
মৰি মৰি জীয়ে দুনা যাতনাক লাগি ॥
ভাৰ্য্যা পুত্ৰ পত্নীমাৰে যিটো অহংকাৰী।
স্বামীক বঞ্চিয়া খায় যিটোদুষ্ট নাৰী ॥
হাত গলে বান্ধি বিষ্টা মুত্ৰে মুখে ভৰি।
ভয়ঙ্কৰ ৰূপে দন্দে দুতে তাক ধৰি ॥

যি মুখে খাইলে ছৱৰায় সেহি গালে।
ঘোৰ অন্ধ কাৰ নৰকত পেলায়ে নিধালে॥
গুৰি কটা গছ যেন পৰি থাকে আতি।
হোৱে অচেতন তাতে দূতে কৰে সাস্তি॥
নিজ দেহ নিজ পুত্ৰ ভাৰ্য্যা মাত্ৰ পোষে।
যিতো মন্দ মতি আতি অন্য দ্ৰব্য সোষে॥
সেহি পাপে ৰৌ ৰৌ নৰকত পৰে যায়।
কুৰূপ পশু সবেওঁ মাংস ছিণ্ডি খায়॥
যিতো যিবা পশু পক্ষি ধৰি আনি বান্ধে।
নকাটি নমাৰি জীৱন্ততে তাক ৰান্ধে॥
ধৰি যম দূতে তাক মেষ যেণ কাটে।
কুম্ভি পাক তপ্ত তৈলে পেলাইয়া ভাজে॥
পৰম অধম যিটো কৰে ব্ৰহ্ম বধ।
কাল সূত্ৰে পৰি হোৱে শৰীৰ দগধ॥
অযুত যোজন মান মণ্ডল আকাৰ।
তপত তাম্ৰৰ খোলা দেখি চমৎকাৰ॥
তলত অগনি উপৰত অগ্নি তাপে।
তাতে পৰি পোৰে ব্ৰহ্ম বধি মহাপাপে॥
উঠে পৰে শোৱে কতো তাহাতে লৰৰে।
ক্ষুধায়ে তৃষ্ণায়ে তাতে মুৰ্চ্ছা গৈয়াপৰে॥

আঠ কোটি হাজাৰ বৎসৰ তাতে পোৰে
তেবে ব্ৰহ্ম বধে সিটো পুৰুষক চাৰে ॥
ভুঞ্জিয়া যাতনা যেবে পাতেকত তৰে।
জন্মান্তৰে আসি ক্ষয় ৰোগীহুয়া মৰে ॥
বিনা আপদত যিটো নিজ ধৰ্ম্ম ছাৰে।
যম দুতে ধৰি তাক অসিৰে প্ৰহাৰে ॥
চাবুক কোবত আতি ত্ৰাসতে লৰৰে।
ছেদে অঙ্গ অসি পত্ৰে মুৰ্চ্ছা গৈয়া পৰে ॥
ঘোৰ তাল বন পত্ৰ খৰগৰ ধাৰ।
স্বধৰ্ম্ম অসিৰে কৰি কৰে বুন্দামাৰ ॥
তেজি নিজ ধৰ্ম্ম পাষণ্ডৰ পথে গতি।
শুকৰ মুখৰ কথা শুনিও সম্প্ৰতি ॥
বিনা অপৰাধে যিতো ৰাজা কৰে দণ্ড।
ব্ৰাহ্মণ সবাৰো কৰে শৰীৰত দণ্ড ॥
যাতনা ভুঞ্জাৱে চেপি মুখত তাহাৰ।
শালত যান্তিয়া যেন পেৰে কুহিয়াৰ ॥
ডাঁহ ম'হ মাখী ক্ষুদ্ৰ ক্ষুদ্ৰ পকৱাৰ।
ঈশ্বৰ নিৰ্ম্মিত বৃত্তি ৰুধিৰে আহাৰ ॥
পীয়ন্তে তনুৰ তেজ আক যিটো মাৰে।
পৰে সিটো জন অন্ধ কুপ অন্ধকাৰে ॥

উঁাহে ম'হে ছুম্পে তাক খায় তাতে ধৰি।
নাহি নিদ্রা আতি আর্ত্তনাদে পাৰে গেড়ি॥
কেঞ্চুক পীপৰা গণে যেন বেড়ি খায়।
ভুঞ্জে মহাযাতনা চেতন গাত নায়॥
বলি বিশ্ব দেৱ পঞ্চ যজ্ঞ ধর্ম্ম নিজ।
তাক যিটো নকৰিয়া ভুঞ্জে যিটো দ্বিজ॥
কাক সম সিটো সর্ক ভক্ষ অনাচাৰ।
পৰে কৃমি ভোজন নৰকত কুলাঙ্গাৰ॥
ঘোৰ কৃমি কুণ্ড গোট লক্ষেক প্রহৰ।
ভুঞ্জে দুখ তাতে সত সহস্র বৎসৰ॥
কোটি কোটি পলু শৰীৰকে বেড়ি খায়।
পলু বিনে তাহাৰ আহাৰ আন নাই॥
ব্রাহ্মণৰ স্বুবর্ণকে যিতো চুৰি কৰে।
বিনা আপদত সামান্যৰ ধন হৰে॥
অগম্য গমন পাপ যিজনে আচৰে।
যিটো স্ত্রি অগম্য নৰত ৰতি কৰে॥
লোহাৰ প্রতিমা অগ্নি বর্ণ কৰি তাৰে।
চাবুকে কোবায়া আনি তাকে সাৰটাৱে॥
জাতি অন্ত জাতিক নবাচে মন্দ মতি।
পৰদাৰ পাপতে সততে কৰে ৰতি॥

পৰম লম্পত পাপী একোৱে নবাচে।
বান্ধে তাক বজ্র কুট শিমলুৰ গাছে ॥
গলত লগায়ে ডোল উপৰক টানে।
বান্ধি পাৱে আজুৰি তলক লাগি আনে ॥
শৰীৰ মাংসক চিৰে নথাকে চেতনা।
কতবা বৰিষ ভুঞ্জে পাতকী যাতনা ॥
লাজ কাজ এৰি পশু যেন স্বেচ্ছাচাৰি।
যিতো মন্দ মতি দ্বিজে হৰে পৰ নাৰী ॥
পৰে তেজ পুজ মুত্র বিষ্টাৰ সাগৰে।
সহস্র বৎসৰ মানে তাকে ভুঞ্জি মৰে ॥
বেদৰ বিহিত বিনে মাৰে পাশু হানি।
অন্ত কালে যমদুতে পোতে গাত খানি ॥
বেঢ়ি খুণ্ডিয়াই মাৰে নাহিকে নিস্তাৰ।
প্রাণ নিৰোধত ভুঞ্জে অনেক নিকাৰ ॥
ভুত প্রেত পুজি যিতো কাতে হাঁহ ছাগ।
বৈবশ্ব নৰক পাৱে দুতে নেৰে লাগ ॥
কৰে খণ্ড খণ্ড তাক হাতে খড়্গ ধৰি।
দুখ ভুঞ্জি বাক লাগি জীয়ে মৰি মৰি ॥
যিতো নিজ ভাৰ্য্যাক ব্রাহ্মণ অনাচাৰ।
কামে মোহ হুৱা কৰে মুখত শৃঙ্গাৰ।

লাল ভক্ষ নৰকত পৰে পাপ কৰি ॥
পিয়াৱে বিষ্ঠাক যমদুতে তাক ধৰি।
গৃহ দাহ কৰে যিতো বিষ দিয়া মাৰে ॥
লোৰে গ্ৰাম দেশ যিটোদুষ্ট দুৰাচাৰে।
অসংখ্য কুকুৰে বেঢ়ি বজ্র সম দণ্ডে ॥
অন্ত কালে কামুৰি আজুৰি ছিন্দে আন্তে।
শাক্ষী হুয়া সভাত অসত্য বোলে বাণী ॥
দ্রব্য বিক্রয়ত মিছা মাতে যিতো প্ৰাণী।
শতেক যোজন উপৰক নেই ধৰি ॥
শীলত পেলাৱে আক হেট মাথাকৰি।
অবিচি নৰকে সিটো শুক্ল শিলাখণ্ড ॥
চুৰ্ণাকৃত হোৱে পৰি পাপে কৰে দণ্ড।
দুনায় দুনায় তুলিয়া পেলাৱে অধো মুখে।
নযায় প্ৰাণ তথাপিতো দুৰ্জ্জয় মহাদুখে ॥
বিপ্র বিপ্র বুলি যিতোকৰে সুৰাপানা
অন্তকালে অজামিল লৱে তাৰ প্ৰাণ ॥
চিত কৰি পেলাই হৃদয়ত যাস্তি ভৰি।
পীৱাৱে তপত্ত লোহা অগ্নি ময় কৰি ॥
জন্ম কৰ্ম্ম বিদ্যা তপে বাঢ়ে অহঙ্কাৰ।
বোলে মোত পৰে কোন বৰ আছে আৰ ॥

সেই পাপে যায় কর্দ্দমত পৰে আতি ।
ধৰি হেত্ত মুণ্ডে যম দুতে কৰে সাস্তি ॥
ভৈৰবক মাৰে যিতো মনুষ্যক মাৰি ।
ডাইণী হোৱা মনুষ্যক খাই যিতো নাৰী ॥
অন্তকালে ৰাক্ষসে ৰুধিৰ পিয়ে তাৰ ।
কৰে কিল কিল হিয়ে হানিয়া কুঠাৰ ॥
বৃহত বৰ্শাৰে পক্ষি মাৰে বিন্ধি শূলে ।
তাক যম দুতে ধৰি জোকাৱয় শূলে ॥
ক্ষুধায়ে তৃষ্ণায়ে অতি তাৰধাতু যায় ।
বজ্র শুন্দ কাকে বকে ছিণ্ডি মাংস খায় ॥
লোকক লগায়ে যিতো মন্দ মহভিতি ।
দন্দ শুক নৰকত তাৰ হোয়ে গতি ॥
সাত পাঞ্চ মুখি সৰ্পে তাক বেঢ়ি খায় ।
ইন্দুৰক ছোৱাই গিলে যেন সৰ্পে পায় ॥
বিষ বহ্নি অনেক ধুমৰ দেই জাকে ।
কলযেন পকাৰে নিগ্ৰহ কৰে তাকে ॥
অথিতিক দেখি যিতো চক্ষু পকায় চাৰে ।
ঠাই পাই বুলি হুল স্থুল কৰি ধাৰে ॥
বজ্র শুন্ধ কাকে ভুঞ্জে চক্ষুক উভাৰি ।
কঙ্ক বক গৃধে উদ্বৰক ভৰে নাড়ি ॥

মই ধৰ্ম্মবন্ত বুলি অহঙ্কাৰ ঘোৰ ।
গৌৰৱত শঙ্কা যেন ধন নেই মোৰ ॥
নেদে নখাই যক্ষে যেন ৰাখি থাকে বিত্ত ।
কৰে যম দুতে তাক সাস্তি বিপৰীত ॥
হাত গলে ভৰিত লগায়ে তাৰ জৰি ।
ঢোল যেন চায়ে বান্ধি জড়পুৰ কৰি ॥
লাথি মাৰি কিঙ্কৰে ফুৰাৱে বগৰায় ।
কৰে আৰ্ত্তৰাৱ যেন ডামুৰি ডেঁদাই ॥
যিতো জন মনুষ্যৰ ভেদ কৰে মতি ।
কৰিবাক নেদে মহা হৰিত ভকতি ॥
বৈতৰণী নদীত পেলাৱে দুতে ধৰি ।
মল মুত্ৰ জল মাত্ৰ পীয়ে পেত ভৰি ॥
হংস ছাগ পাৰ পক্ষি পোষে বিপ্ৰ হুই ।
পুঁজোদক নদীত পেলাৱে অধমুই ॥
পুঁজ বিনে তাহাৰ আহাৰ নাই আৰ ।
তাতে যম দুতে দেই ডাঙ্গৰ প্ৰহাৰ ।
ঘৰ পোষা পশু আনি কৰে বলিদান ।
পৰম দাৰুণ সিতো ৰাক্ষস সমান ॥
যি কাৰ্য্য কৰিলে বলি তাতো নাই আশ ।
চিৰকাল কৰে তম নৰকত বাস ॥

পাছে পৰলোকে তাক সেই পশু পাই।
কান্তি কান্তি শৰীৰৰ মাংস ছিন্দি খায়॥
মহা মুৰ্চ্চা যায় দুখে চুৰ্ত্তি জ্ঞান হৰে।
চিৰকাল পাতকী যাতনা ভুঞ্জি মৰে॥
কুকথা কহয় যিতো এৰি হৰি কথা।
যত পুণ্য কৰি থাকে সিও হোৱে বৃথা॥
তম নৰকত পৰে দুতে ধৰি আনি।
জিহ্বাক উভাৰে কাকে বজ্ৰ শুন্দ হানি॥
হেনয় নৰক আছে সহস্ৰ সংখ্যাত।
মুখ্য মুখ্য বাচি কিছু কহিলো সাক্ষাত॥
সকলে নৰকে পাপী ভুঞ্জে অনুক্ৰমে।
মহা ভয়ঙ্কৰ ৰূপে দণ্ড কৰে যমে॥
সমস্তে যাতনা ভুঞ্জি পাপী মন্দ ভাগি।
লৈয়া পাপ শেষে আসে পৃথিবীক লাগি॥
হোৱে তৃন বণকিট কতো হো বিষ্টাৰ।
ভুঞ্জে পাপী জনে ইটো অনেক নিকাৰ॥
কেতিক্ষণে পৰো পৰো বিমানৰ হন্তে।
লাগ ধৰি আস বলি পথতে কাটন্তে॥
শত কোটি জন্ম জীৱে কৰে আয়াজ্ঞাত।
একো মতে দুৰন্ত কালৰ নেৰায় হাত॥

সংসাৰ চক্ৰত কৰে জীৱে যেন গতি।
সমস্তে কহিলো ইটো তোমাত নৃপতি॥
আউৰ কিবা শুনিবে তোমাৰ আছে মতি।
আবে পৰীক্ষিত মোক্ত পুছিয়ো সম্প্ৰতি॥
শুনা সভাসদ মহাভাগৱত পদ।
নিকটতে আছে মহা মৰণ আপদ॥
নৰকৰ নিকাৰ শুনন্তে ধাতু যায়।
কোন সুখে নিদ্ৰা আছে নিচিন্তা উপায়॥
দিনে দিনে টুতে আয়ু কৈত পৰে প্ৰাণ।
কোন দিন ধৰে যমে তাৰো নাই থান॥
পিতৃ মাতৃ তনয় আগতে মৰি যায়।
কিনো অন্ধ তথাপি চেতন গাত নায়॥
উমান নপায়া কাল অজাগৰে গিলে।
ধন জন জীৱন যাইবেক একতিলে॥
মৰিবাক লাগে যাৰ তাৰ আন ৰাজ।
মোৰ মোৰ কৰে কিনো নিশঙ্ক নিলাজ॥
নিচিন্তি নথাকা কালে ধৰিলেক পৰা।
কৃষ্ণত বিমুখ যিটো জীৱন্ততে মৰা॥
জানি পাপ সাগৰ তৰিতে কৰা কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥

## ছবি।

পৰীক্ষিত নৃপে পাছে, পুছন্ত শুকত কথা,
শুনা ব্যাসসুত মহামুনি।
সুমৰন্তে যমলোক, মহাভয়ে পাইলে মোক,
ঘোৰ নৰকৰ কথা শুনি॥
যতেক শুধিলো মানে, কহিলা সকল কথা,
শুনিলো পৰম অনুৰাগে।
কিমতে নপৰে সিটো, ঘোৰ নৰকত নৰে,
কহিয়োক তাহাৰ উপায়॥
হেনবা বুলিবা আগে, কৰিওক প্ৰায়শ্চিত্ত,
তথাপি উপজে সেহি পাপে।
এতেকে জানিলো মহা, প্ৰায়শ্চিত্ত কৰি মৰে,
নতৰিবে যাতনাৰ তাপে॥
জানিয়া ৰজায় দণ্ডে, মৰিলে নৰকে পৰে,
তাকো জানি পাতক আচৰে।
তাৰ প্ৰায়শ্চিত্ত ধিক, হেন জ্ঞান পাতকীক,
কোন প্ৰায়শ্চিত্তে শুদ্ধি কৰে॥
যেন ধুৱাইলেক হাতী, দুনাই লৰে কুটামাটী,
শৰীৰত বান্ধে আতি মল।

কেহোবেলা এৰে পাপ, কতোবেলা কৰে তাক,
প্ৰায়শ্চিত্ত এতেকে বিফল ॥
জাতি গন্ত জাতি আতি, সবাকো পবিত্ৰ কৰে,
সমস্তে প্ৰাণীৰ মনোনীত।
আতি অপ্ৰয়াসে তৰে, সকল পাতক হৰে,
কৈয়ো হেন মহা প্ৰায়শ্চিত্ত ॥

———:০:———

## দুলড়ি।

শুকনি গদতি, শুনা কুৰুপতি,
পৰম তুমি মহন্ত।
নগণি ক্ষুধাক, কৃষ্ণৰ কথাক,
কৰিলা চিত্ত একান্ত ॥
যি কথা পুছিলা, তাহাৰো সিদ্ধান্ত,
শুনা সাৱধান চিত্তে।
পাপক সমূলে, গুছাইতে নপাৰে,
জ্ঞানকৰ্ম্মে প্ৰায়শ্চিত্তে ॥
অজ্ঞানী যতেক, প্ৰায়শ্চিত্ত কৰে,
শাস্ত্ৰৰ সম্মত চাই।
পাপ কেসে শোষে, বীজ নুগুচয়,
উপজে পাপ দুনায় ॥

জ্ঞানেসে জানিবা, শুদ্ধ প্ৰায়শ্চিত্ত,
দুষ্কৰ জ্ঞানৰ পথ ।
পৰম সুলভ, যিটো প্ৰায়শ্চিত্ত,
শুনা আবে মহাৰথ ॥
লৱে মাত্ৰ এক, কৃষ্ণত শৰণ,
আন দেৱে নাহি ৰতি ।
তপ ধৰ্ম্ম সবে, এৰিয়া কৃষ্ণত,
কেৱলে কৰে ভকতি ॥
হেনয় বিৰল, ভকত সকলে,
সমস্ত পাপক শোষে ।
প্ৰচণ্ড আদিত্য, হেন জগতৰ,
নিহাৰ নিশেষে শোষে ॥
অতি অজাতিক, পাতকীক তাৰে,
হেনসে হৰি ভকতি ।
কোটি প্ৰায়শ্চিত্ত, কৰিয়া কৰ্ম্মীৰ,
তাৰিবতে নাহি শকতি ॥
আছন্তোক কৃষ্ণ, ভকতকে সেৱা,
কৰি যেন শুদ্ধ হুই ।
পৰম জ্ঞানক, পথ পায়া নৰে,
সিমত পবিত্ৰ নুই ॥

জ্ঞানৰ পথত, নাহিকে সহায়,
কৰ্ম্মতো বিঘ্নিৰ ভয়।
ভকতি পথত, ঈশ্বৰ ৰক্ষক,
জানিবা যেবে নিশ্চয়॥
জ্ঞান কৰ্ম্মে কাকো, অপেক্ষা নকৰি,
কেৱলে ভকতি তাৰে।
ভকতি সহায়, নৈলে জ্ঞান কৰ্ম্মে,
কৰিবে কিছু নোৱাৰে॥
হৰিৰ ভকতি, যি নৰে নকৰে,
পৰম মলিন বুদ্ধি।
কৰে কোটি শত, যদি প্ৰায়শ্চিত,
তথাপিতো নাই শুদ্ধি॥
যেন সুৰা কুম্ভ, সমস্ত তীৰ্থত,
পখালি সি পাৱে দুখ।
নুহিকে কিঞ্চিত, পবিত্ৰ তথাপি,
তেনয় হৰি বিমুখ॥
এক মাত্ৰ মাত্ৰ, কৃষ্ণ চৰণত,
কৰাইলে মন নিবেশ।
এতেকে সকলে, ভৈল প্ৰয়শ্চিত,
গুছিল পাপ নিশেষ॥

যমৰ দূতক, স্বপ্নতো নেদেখে,
এৰাইল কালৰ হাত ॥
হৰি ভকতিৰ, অল্পে নিস্তাৰই,
কহিলো সত্যে সাক্ষাত ॥
পৰম জ্ঞানত, কৰ্ম্মক কৰিয়া,
ভকতিৰে শ্ৰেষ্ঠ আতি।
ভকতি কৰিলে, পৰম পবিত্ৰ,
হোৱে মহা অন্ত্য জাতি ॥
ভকতিত যত, মহাগুণ আছে,
কোনে কহি পাৰে সীমা।
শুনা পুৰাতন, কথা পৰীক্ষিত,
আছয় আৰু মহিমা ॥

---

## ছবি।

শুনিয়োক সৰ্ব্বজন, ভকতেসে মহাধন,
আন যত যজ্ঞ ধান্ধা।
ভকতিসে নিজ মাতা, ভকতিসে নিজ দাতা,
জানি ভকতিক গলে বান্ধা ॥
ভকতিত দিয়া মতি, ভকতিক কৰাৰতি,
ভকতিসি পৰ লোক হিত।

কৰিও ভকতি নিত, হেনসে ভকতি হিত,
মৰণতো নেৰে কদাচিত ॥
কৃষ্ণেসে পৰম দেৱ, কৃষ্ণক কৰিত সেৱ,
কৃষ্ণত সৰ্ব্বদা দিয়ো মতি।
আছে হৃদি অঙ্গ মাজে, ঈশ্বৰ কৃষ্ণত বাজে,
আন কোন দেৱ দিবে গতি ॥
কৃষ্ণৰেসে সবে মায়া, ইটো ধন জন কায়া,
আক তেজি ভজিও কৃষ্ণক।
কৃষ্ণত ভকতি বিনে, আন কৰ্ম্মে কোন জনে,
ভুঞ্জিবেক দোৰ্ঘোৰ নৰক ॥
শুনিয়োক বৃদ্ধজন, কৰা সাৱধান মন,
সমীপ পাইলেক কাল সৰ্প।
ইটো আয়ু বৃথা নিলে, ভাঙ্গিবেক একে তিলে,
ইসব বিষয় মহাদৰ্প ॥
থিৰ হুইবে হাত ভৰি, থাকিবেক দান্ত তৰি,
জাইবে জীৱ দুতৰ হাতত।
ইসব অৱস্থাকেনে, সদা নুসুমৰা মনে,
এভো নাই চেতনা গাৱত ॥
গৈলে ঘোৰ যমপুৰ, সবেবুদ্ধি হবে চুৰ,
লোহাৰ ডাঙ্গৰ কোব পাই।

দুতে জৰপুৰ কৰি, বান্ধিবে চামৰ জৰি,
ৰাখাহা বোলোতা তৈতে নাই ॥
জানি ধৰা কৃষ্ণ পাৱ, এৰায়ো যমেৰ ঘাৱ,
মুখত নেৰিবা হৰি নাম ।
কেনে আছা বাত চায়, ইটো আয়ু বৃথা যায়,
নিৰন্তৰে বোলা ৰাম ৰাম ॥

## পদ ।

শুকনি গদতি ৰাজা চিত কৰা থিৰ ।
আশ্চৰ্য্য মহীমা শুন হৰি ভকতিৰ ॥
আছে জত তীৰ্থ ধৰ্ম্ম যজ্ঞ সংসাৰত ।
জানিবা সমস্তে হৰি নামৰ কিঙ্কৰ ॥
পুণ্য অৰণ্যত বঞ্চে হৰি নাম সিঙ্গ ।
পলাই পাপ হস্তী তাৰ শুনি মহাৰিঙ্গ ॥
হৰিৰ নামে খেদাৱে পাপৰ পুৰি নাই ।
কৃষ্ণ বিমুখত গৈয়া হোৱে এক ঠাই ॥
পৰম পাতকী যিটো অতি অনাচাৰি ।
সিও ভকতক ৰক্ষা কৰন্ত মুৰাৰি ॥

চতুর্ভুজ ৰূপে পাৱে বৈকুণ্ঠ নগৰ।
আশ্চৰ্য্য মহিমা কিনো হৰিৰ নামৰ ॥
নুহি প্রায়ছিত হৰি নামৰ সমান।
শুনা পূৰ্ব্ব কথা অজামিল উপাখ্যান ॥
নামৰ আভাশ কৰে পাপক উছাদ।
শুনা বিষ্ণু দুত যম দুতৰ সংবাদ ॥
কনৌজ পুৰত এক ব্রাহ্মণ আছিল।
অতি অনাচাৰ দ্বিজ নামে অজামিল ॥
পৰম বেশ্যাৰ পতি পতীত পাপিষ্ট।
কৰিলেক মহন্তক অনেক অনিষ্ট ॥
বৃদ্ধ পিতৃ মাতৃ নিজ তেজিলা ভাৰ্য্যাক।
সকল সৰ্ব্বস্ব দিয়া ভজিলে বেশ্যাক ॥
জাতি কুল ক্রিয়া ধৰ্ম্ম সমস্তে ত্যাগিল।
বেশ্যাৰ গৰ্ভত দশ পুত্ৰ উপজিল ॥
কনিষ্ঠ পুত্ৰৰ থৈলা নাৰায়ণ নাম।
ভাৰ্য্যা পুত্ৰ পুষিবাৰ কৰে মাত্ৰ কাম ॥
খেলে চতুৰালি-মিছা মাতে অহঙ্কাৰী।
কৰে চুৰি ডকাইত মনুষ্যক মাৰি ॥
স্ত্রি বধ ব্ৰহ্ম বধ একোৱে নছাৰে।
তাইকে মাত্ৰে দেই কাটি মাৰি যিবা পাৰে ॥

যিদিনা নপাৱে ধন বেশ্যা পাৰে গালি।
থাকে সৰ্ব্বদায়ে বিপ্ৰ তাইৰ আজ্ঞা পালি
তাই ভৈল তপ জপ যজ্ঞ ধৰ্ম্ম ধ্যান।
বেশ্যা বিনে সপোনত নেদেখিলে আন॥
হেন পাপ নাহিকে দ্বিজৰ নিশিজিল।
দুষ্টাৰ প্ৰসঙ্গে নষ্ট ভৈল অজামিল॥
জাতিত ব্ৰাহ্মণ সিতো কৰ্ম্মত চণ্ডাল।
পুত্ৰ ভাৰ্য্যা পুষন্তে অনেক গৈল কাল॥
ভৈল অষ্টাধিক আশি বৎসৰ প্ৰমান।
বৃদ্ধ বয়সতো তাৰ নুপজিল জ্ঞান॥
আৰু একো কৰ্ম্ম কৰিবাক সংখ্যা নাই।
কনিষ্ঠ পুত্ৰক মাত্ৰ থাকে উমলায়॥
প্ৰাণতো অধিক সিতো পুত্ৰ নাৰায়ণ।
মিলে সুখ শুনি তাৰ মধুৰ বচন॥
তাতে মন নিমজিল দ্বিজৰ সদায়।
পৰম কৌতুকে তাৰ লীলা থাকেচায়॥
খুৱায়ে ধুয়ায়ে মহা স্নেহে নিতে তাক।
আস নাৰায়ণ বুলি ৰাৱ দিলে ডাক॥
উঠ নাৰায়ণ হেন বৈস নাৰায়ণ।
ভুঞ্জ নাৰায়ণ বুলি ডাকে সৰ্ব্বক্ষণ॥

প্ৰাণ পসি আছে সেই কনিষ্ঠ পুত্ৰত।
নাৰায়ণ বিনে নাই বচন মুখত॥
শয়নতো থাকে মন পুত্ৰতে সমুলি।
সপোনতো ডাকে সিতো নাৰায়ণ বুলি॥
ক্ষণ ক্ষণে মন তাৰ তনয়ত পৰে।
সপোনে সচেতে নাৰায়ণ নাম নেৰে॥
ভৈল সিটো বিপ্ৰৰ পুত্ৰেত আশ অতি।
নজানিলে আয়ু আসি ভৈল সমাপতি॥
নিলেক বয়স পুত্ৰ স্নেহে আলে জালে।
নষ্ট গৈল জন্ম পাইলে ঘোৰ অন্তকালে॥
ভৈল আসি বিপ্ৰৰ মৰণ সন্নিহিত।
তিনি গোটা যম দূত আগে উপস্থিত॥
ভয়ঙ্কৰ দেহা যেন আঙ্গাৰৰ বোজা।
ৰঙ্গা দুই চক্ষুক ফুৰায়ে যেন গুঞ্জা॥
যেন পৰ্ব্বাসিলি সবে ভয়ঙ্কৰ বান্ধ।
খেদি আসি আছে যেন তিনি গোটা ৰাঙ্ক॥
এক হাতে ডাঙ্গ আওৰ হাতে পাশ জৰি।
শৰীৰৰ লোম আছে স্বভাৱে শিহৰি॥
বিকট পিঙ্গল কেশ কুবেশ সৰ্ব্বাঙ্গ।
ভেঙ্গুৰা ভেঙ্গুৰী ভৰি স্থূলন্তৰ জাঙ্গ॥

প্ৰচণ্ড বাতাস যেন নাকৰ উশাষ।
ওলমিল পেট যেন বৰ মউৰ বাস ॥
বক্ৰ কোৰ মুখ মহা বিকৃতি কুৰূপ।
নাক দণ্ড দেখি যেন সম্যকে অন্ধ কুপ ॥
উছল দশন আসে অধৰ কামুৰি।
দেখিয়া দ্বিজৰ যেন ধাতু গৈল উৰি ॥
মোক নিবে আইল ইটো তিনি যম দুত
পাইল অন্তকালে ভয় ভৈল অদভূত ॥
কম্পে তনু দ্বিজে তেজিলেক মলমুত্ৰ।
হা কৈক গৈলি মোৰ নাৰায়ণ পুত্ৰ ॥
এতেকে বোলন্তে দুতে ধৰিলে বিপ্ৰক।
হৃদয়ৰ পৰা আনে অলক্ষে জীৱক ॥
মহা পীড়াপায় জীৱে ভৈল অচেতন।
দিলে আৰ্ত্তৰাৱ ৰিঙ্গ আইস নাৰায়ণ ॥
জীৱ বাজ কৰি ভৰাই যাতনা দেহাত।
দিলে পিঠিকটা বান্ধ কৰি পাছ হাত ॥
লগাই ডোল গলত চামৰ জৰি আনি।
নৰকত পেলাইবে আজুৰি নেই টানি ॥
সেহি বেলা চাৰি বিষ্ণু দুত ভ্ৰমে সুখে।
কৃষ্ণৰ কীৰ্ত্তন শুনে মৰন্তাৰ মুখে ॥

মৰণত লৈলে নাম তাকো কৰে দণ্ডা।
ৰহ ৰহ চক্রে কাটি কৰো খণ্ড খণ্ড ॥
আমাৰ প্রভুৰ নাম লৈলে হুৱা ত্রাশ।
নাহি ভয় বুলি সবে তেজিলে আতাস ॥
ভকতকো পীড়া পাইলে পৰম আপদে।
পৱন সঞ্চাৰে পাইলে চাৰি পাৰিষদে ॥
ছাৰ ছাৰ বিপ্রক পাৰন্তে আসে গেৰি।
কোবাইবাক লাগিলা দুতক সবে বেড়ি ॥
চাপন্তস মৰা লাগি কৰোহো প্রহাৰ।
চৰৱত দুয়ো গাল কৈলা ভিণ্ডাকাৰ ॥
কোপে কিল মুকুতি লাঠিৰ দিলা চোট।
গদাৰ কোবত পিঠি ভৈলা গোণ্টা গোট ॥
অনেক কাতৰ কৰে দুতে গেৰি পাৰি।
কৌতুকে হাসন্ত তাক দেখি সিদ্ধ চাৰি ॥
নমাৰি এৰিলা প্রাণে ভয় দেখায় বৰ।
হাতৰ এৰাইয়া তিনি দুতে দিলা লৰ ॥
মৰণৰ ত্রাসে ঘোৰ যমৰ কিঙ্কৰ।
ব্রাহ্মণক এৰি গৈলে তথাৰে অন্তৰ ॥
পলাই গৈল কতো দুৰ পাছক নছায়।
মাটিত পৰিয়া পাছে থাকিল কেঙ্কায় ॥

কাঢ়ে খৰ উশাস হাতাশে নিশবদ।
পাছে কৃপাময় মহা চাৰি পাৰিষদ॥
বিপ্রৰ দেখিয়া সিটো ৰূপ মানুহৰ।
চক্রে কাটিলন্ত বান্ধ হাতৰ গলৰ॥
যমৰ দুতৰ হাত এৰাই অজামিল।
পুর্ব্ব শৰীৰত পুনৰপি প্রবেশিল॥
দেখি অতি আশ্চর্য্য বিস্ময় হুয়া আছে।
যমৰ দুতৰ কথা শুনিওক পাছে॥
পায়া পীড়া দুত গৈল দুৰক আন্তৰি।
মহাভয়ে তৰ তৰি কাম্পে হাত ভৰি॥
কতো বেলি সুস্থ হুয়া ভয়ে নমায় মাথ।
কোন তুমি সব বুলি পুছে যুৰি হাত॥
তুমি সব কোন কৈৰ পৰা আছা আসি।
তোমাৰ ঈশ্বৰ কোন কহিয়ো প্রকাশি॥
কেনে ভঙ্গ কৰা যম ৰাজাৰ আজ্ঞাক।
কোন অপৰাধে ক্রোধ কৰাহা আমাক॥
দেৱ বিদ্যাধৰ হেন বুলিতে নপাৰি।
সিদ্ধতো উত্তম জানো তুমি সব চাৰি॥
নজানিসে সোধো ক্রোধ ক্ষেমিবা আপুনি।
হেন ৰূপৱন্ত নতু দেখি নতু শুনি॥

সবে শ্যাম তনু তাতে শোভে পীত বাস।
নবীণ মেঘত যেন বিজুলি প্রকাশ॥
পদ্ম পত্র সম সবে আয়ত লোচন।
অমৃততো ধিক শুনি মধুৰ বচন॥
ললাতত অলক তিলক কৰে কান্তি।
সুন্দৰ দশন শোভে মুকুতাৰ পান্তি॥
উন্নত নাসিকা যেন জলে তিলফুল।
বন্ধো সিটোধিক কান্তি অধৰ ৰাতুল॥
জলে জিলি মিলী যেন অগণি জ্বালা।
আপাদ লম্বিত জলে গলে বন মালা॥
শৰীৰৰ কান্তি তাত শোভে দিশ পাশ।
কতবা সূৰ্য্যৰ যেন জোতিৰ প্ৰকাশ॥
জানিলো তুমি সব পুৰুষ মহন্ত।
আমি তোমাসাৰ ৰূপ বৰ্ণয়ে নপাওঁ অন্ত॥
জানা ধৰ্ম্ম ৰাজাৰ কিঙ্কৰ আমি অতি।
তাহান আদেশে অধৰ্ম্মক কৰো সাস্তি।
পৰম পাতকী ইটো বিপ্ৰ মন্দ ভাগি।
বান্ধি নেৱো নৰকত পেলাইবেক লাগি॥
কিকাৰণে বান্ধ কাটি ৰাখিলা ইহাক।
কৰিলাহা হেন ক্ৰোধ কিসক আমাক॥

একো নজানিলো বুজ ায় কহিওক।
ৰাজাৰ আগত গৈয়া কহিবাক হৌক॥
এতেক বুলিয়া যম দুত নিসবদ।
অন্যো অন্যে আলচন্ত চাৰি পাৰিষদ॥
কোনবা অধৰ্ম্ম মহাধৰ্ম্মি কোনজন।
একো নজানস পাপ পুণ্যৰ লক্ষণ॥
জানিলোহো ইটো তিনি ঘোৰ ভয়ঙ্কৰ।
ভয়তে বোলয় ধৰ্ম্ম ৰাজাৰ কিঙ্কৰ॥
ভকতকো ধৰ আসি পৰম অজ্ঞান।
দিল এহি বুলি হাসি সিদ্ধে সন্নিধান॥
শুন অৰে যম দুত আমাৰ উত্তৰ।
যদি সত্যে হোৱ তই যমৰ কিঙ্কৰ॥
কোন পৰমাৰ্থ ধৰ্ম্ম শাস্ত্ৰত সাক্ষাত।
কোনবা অধৰ্ম্ম বৰ কাহও আমাত॥
মনুষ্য মধ্যত তোৰ কাত অধিকাৰ।
কিবা কৰ্ম্মি মানে সবে পৰয় তোমাৰ॥
কেনবা পাপীক নেস যমৰ পুৰিক।
কেনবা প্ৰকাৰে কৰ দণ্ড পাতকীক॥
জান যেবে যম দুত দিয়োক সিদ্ধান্ত।
এহি বুলি মৌন ভৈলা চাৰিও মহন্ত॥

হেন শুনি গুণি মনে যমৰ কিঙ্কৰ ।
যেন জানে দিবে লৈল তাহাৰ উত্তৰ ॥
শুনা সভাসদ মহা ভাগৱত পদ ।
ইহেন মনুষ্য জন্ম নকৰিবা বদ ॥
কেতিক্ষণে ধৰে কালে তাৰো নাহি স্থিত ॥
আৰকি মনুষ্য হৈবা ভাৰত ভুমিত ॥
দেৱৰো বাঞ্চনি ভাৰতত নৰ কায়া ।
পুন্য বলে পাইলা ঈশ্বৰৰ ভৈল দয়া ॥
আক ব্ৰথা কৰা কেনে বিষয়ৰ ভোলে ।
বেচা চিন্তামণি কেনে চাৰ কাচ মোলে ॥
ছুৰাতক লোৱ ত্যজি সুগন্ধি চন্দন ।
আন দেৱ সবে এৰি দৈৱকি নন্দন ॥
স্মৰণ মাত্ৰকে যাৰ তৰয় সংসাৰ ।
হেনয় সুহৃদ দেৱ কৈত পাইবা আৰ ॥
পৰম বান্ধৱ আছে ঈশ্বৰ সাক্ষাত ।
প্ৰত্যেকে আছন্ত বসি সবাৰো হিয়াত ॥
একচিত্তে চিন্তা তান চৰণ কমল ।
লৈয়ো ৰাম নাম মহা মৰণ সমল ॥
ঘোৰ পৰলোক আন নাহিকে সহায় ॥
পৰম সুহৃদ একে নামত বিনায় ॥

জানিয়া যাতনা তৰিবাৰ কৰা কাম
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

## ডুলৰি ।

অনন্তৰে তিনি, যমদুতে বোলে,
শুনিও সবে মহন্ত ।
আমি মহা মুঢ়, তোমাৰ আগত,
কহিবো কিবা সিদ্ধান্ত ॥
তথাপি বচন, পালি যেন জানো,
কহো শুনা বিদ্যমান ।
যানা জগতৰ, যত মহা পুণ্য,
সবাৰো বেদ প্ৰমান ॥
বেদে বিহে যাক, তাকে বুলি ধৰ্ম্ম,
যজ্ঞ তপ জপ যাগ ।
বেদেৰ নিসিদ্ধ, যত কৰ্ম্ম মানে,
জানাসেহি মহা পাপ ॥
বেদৰ বিহিত, সততে আছয়ে,
সেহি জন পুণ্যৱন্ত ।
বেদ নিযিদ্ধক, কৰে যিতো নৰ,
সেহিতো পাপী অত্যন্ত ॥

চাৰিও জাতিৰ, যেন ধৰ্ম্ম তাক,
বেদেসে দি আছে সীমা।
দেখিও নেদেখে, প্ৰধান ধৰ্ম্মৰ,
বেদৰ শুনা মহিমা॥
যিটো নাৰায়ণ, পৰম ঈশ্বৰ,
পুৰুষ মহা মহন্ত।
ব্ৰহ্মাদিকো যিটো, স্ৰজন্ত পালন্ত,
প্ৰলয়ত সংহাৰন্ত॥
তাহানে প্ৰথম, নিশ্বাসত আসি,
উপজে আপুনি বেদ।
এতেকে পৰম, প্ৰমান বেদেসে,
দিয়া যত পৰিছেদ॥
বেদো যিবা কহে, জানিবা সকলে,
কৃষ্ণৰেসে আজ্ঞা বাণী।
তাক ভঙ্গ কৰে, যিটো মহা পাপী,
তাক দন্দ কৰো আমি॥
হেনবা বুলিবা, ইটো বিপ্ৰে পাপ,
কৰিলে কিমতে দেখা।
আছে চৌধজন, সাখী মনুষ্যৰ,
শুনা দেয়ো তাৰ লেখা॥

দিশ চন্দ্র সূর্য্য, আকাশ অগণি,
ভূত সন্ধ্যা দিন ৰাতি ।
কাল জল বায়ু, ধৰ্ম্ম মহী এহি,
চৈধ জনে দেখে আতি ॥
মহা গোপ্য পাপ, কৰি বোলে মোক,
নেদেখিলে একোজনে ।
আপোনা থানত, থাকি যম ৰজা,
সমস্তে জানন্ত মনে ॥
আমাক পাঞ্চন্ত, পাপ অনুসাৰে,
কৰো দণ্ড ধৰি আনি ।
অনু ক্রমে সবে, ভুঞ্জায়ে যাতনা,
আছে কৰি যত প্ৰাণী ॥
আপোনাৰ কৰ্ম্মে, আপোনাক বান্ধে,
নজানি মোক্ষ উপায় ।
কোটি কোটি জন্ম, সংসাৰত ভ্ৰমে,
যাতনা ভুঞ্জে সদায় ॥
প্ৰকৃতিৰ সঙ্গে, সমস্তে জীৱৰ,
ভৈল বিপৰ্য্যয় বুদ্ধি ।
কৰে তপ জপ, যজ্ঞ তীৰ্থ দান,
তথাপি নাহিকে শুদ্ধি ॥

বৈষ্ণৱৰ সঙ্গ, লৈলে ক্ষণেকতে,
সমস্তে পাপক বঞ্চে।
পৰম নিকাৰ, যাতনাক তৰে,
অক্ষয় পুণ্যক সাঞ্চে॥
দেৱৰো দেৱতা, পৰম ঈশ্বৰ,
ভকতিতো নাহি দুঃখ।
কিনো অন্ধ লোক, যাতনাত মৰে,
কৃষ্ণত হুৱা বিমুখ॥
এতেকে পাপীক, দণ্ড কৰিবাক,
পাঞ্চন্ত ৰাজা আমাক।
ইটো অজামিল, যেন মহা পাপ,
কৰি আছে শুনা তাক॥

## ছবি।

ইটো বিপ্র অজামিল, মহা পুন্য ধৰ্ম্মশীল,
আছিল পুৰ্ব্বত ধৰ্ম্ম মতি।
সমস্তে প্রাণীত হিত, গুৰু অগ্নি অথিতিত,
কৰিলেক অনেক ভকতি॥

সৰ্ব্ব গুণে অলঙ্কৃত, পৰম কৰুণা চিত,
বৃদ্ধ পিতৃ মাতৃত ভকত।
নিত্য নিত্য নাহি আৰ, নেৰিলেক সদাচাৰ,
বেদ সাস্ত্র সবাতো পাৰ্গত॥
দিনেক দ্বিজক আনি, পিতৃ বুলিলেক বাণী,
অজামিল অৰণ্যক চল।
পূজিবো দেৱতা হৰি, আনিয়োক শীঘ্র কৰি,
যজ্ঞ কাষ্ঠ পত্র পুষ্প ফল॥
পিতৃ বাক্য শিৰে ধৰি, অৰণ্যক চলি গৈলা,
পাইল সবে পূজাৰ সম্ভাৰ।
উলতি আসন্তে পাছে, দেখন্ত পথত আছে,
মনোহৰ মন্দিৰ বেশ্যাৰ॥
চাইল পাছে চক্ষু মেলি, পুৰুষেক কৰে কেলি,
বেশ্যা সমন্বিতে মহা ৰঙ্গে।
মদ্য পানে হুৱা মত্ত, শৃঙ্গাৰৰ ভাৱ মত,
সুন্দৰীয়ে দৰশিলে ভ্রুভঙ্গে॥
খসিল কটিৰ বস্ত্র, প্রহাৰে কটাক্ষ অস্ত্র,
হাসি গাৱে সুললিত গীত।
ৰমণী এৰাইয়া পীড়া, কৰে কতো কাম ক্রীড়া,
সিতো পুৰুষৰ ৰঞ্জি চিত॥

দেখি দ্বিজে সচকিত, কাম বাণে জর্জৰিত,
তেখনে মিলিল আনচিত।
পাসৰিল নিজ কৃত্ত, ৰমণী হৰিলে চিত,
সর্ব্ব গাৱ মদনে কম্পিত ॥
কৰিল অনেক যন্ত্র, উছৰিল মহামন্ত্র,
তথাপিতো থিৰ নুহি মন,
ধৰিলে মদন গ্রাশে, কামানলে হৃদি দহে,
ভৈল সিটো বিপ্র অচেতন ॥
ধৈৰ্য্য কৰি ধৰি তান, তথাপি নেদেখে আন,
বেশ্যা বিনে সিতো অজামিল।
নিজ ধর্ম্ম এৰি পাছে, পিতৃ বিত যত আছে,
সবে দিয়া বেশ্যাক ভজিল ॥
তাইৰ যেন অভিলাষ, তাকে দিয়া পুৰে আশ,
দিনে দিনে বাৰে অনুৰাগ।
পিতৃ মাতৃ বৃদ্ধ আতি, নিজ ভাৰ্য্যা মহা মতি,
সবাকো কৰিলে পৰিত্যাগ ॥
জাতি কুল কৰি চন, বেশ্যাত ভুঞ্জিলে মন,
অপবিত্ৰে যেন মুত্রে মল।
সিজে পাপ প্ৰতি নিত, নকৰিলে প্ৰায়ছিত,
কৰো দণ্ড পাউক তাৰ ফল, ॥

আক ৰাখা কিকাৰণে, তুমি সব মহাজন,
হেন কিয় কৰা অযুগুত ।
বেদ পথ লুপ্ত গৈল, এহি বুলি মৌন ভৈল,
সিটো তিনি গোটা যম দূত ॥

## দুলৰি ।

শুনা সভাসদ, ভাগৱত পদ,
নিসবদ হোৱা আতি ।
যাৰ কৰ্ণে কৃষ্ণ, কথা নুশুনয়,
তেওঁ মহা মূঢ় মতি ॥
সেহিসে অসুৰ, ৰাক্ষস সেহিসে,
নুশুনে কৃষ্ণৰ কথা ।
কৃষ্ণত বিমুখ, পশুত অধম,
তাহাৰেসে জন্ম বৃথা ॥
পদ্ম পত্ৰ জল, জীৱন চঞ্চল,
কৈত কেতিক্ষণে যাই ।
ইটো দুখ সুখ, ঘোৰ পৰলোক,
চিন্তন্তে ধাতু উৰয় ॥

কৃষ্ণে পিতা মাতা, উপদেশ দাতা,
কৃষ্ণেসে সুহৃদ নিজ।
কৃষ্ণে ধন জন, তীৰ্থ অৰ্থ কাম,
কৃষ্ণেসে মুখ্যৰ বিজ॥
কৃষ্ণক বিনায়, নাহিকে সহায়,
কৃষ্ণেসে পৰম গতি।
জানিয়া সম্প্ৰতি, কৰি দৃঢ় মতি,
কৃষ্ণত ধৰা ভকতি॥
যত দেখা শুনা, যিবা মনে গুণা,
সিসব সকলে ধান্দা।
পৰম বান্ধৱ, মাধৱৰ নাম,
প্ৰবন্ধে গলত বান্ধা॥
নামৰ চৰণে, সংসাৰত ৰয়,
মৰণ সমল নাম।
ৰচিলা শঙ্কৰে, নিৰন্তৰে নৰে,
ডাকি বোলা ৰাম ৰাম॥

———∘:❋:∘———

## পদ।

নিগদতি শুক শুনা নৃপ নিশবদে।
ছুতৰ বচন শুনি চাৰি পাৰিষদে॥
ডাকিয়া বোলন্ত শুন যমৰ কিঙ্কৰ।
পৰম ৰহস্য ধৰ্ম্ম নাজান বেদৰ॥
যতেক কহিলি মানে ধৰ্ম্ম মায়া ময়।
মহা পুণ্য কোন তাক নজান নিশ্চয়॥
এহি মতে কৰ পাপী জগতকে নাশ।
ৰাজা ভাল ভৈলে তাৰ ভাল হোবেদেশ॥
কিছু নুবুজস দণ্ডি বাক লাগে কাক।
পাইলেক অধৰ্ম্মে ধৰ্ম্ম ৰাজাৰ সভাক॥
নিস্পাপীক কৰে দণ্ড কিনো মহা কষ্ট।
জানিলোহো আবেসে জগত ভৈল নষ্ট॥
সি যি মহা সাধু পুত্ৰৱতে পালে প্ৰজা।
কৰে সমুচিত শাস্তি সি সি ধৰ্ম্ম ৰাজা॥
অনাদায়ে দণ্ডে নুহি ৰাজাৰ লক্ষণ।
ভৈল নষ্ট লৈবে লোকে কাহাত শৰণ॥

শ্রেষ্ঠ জনে কৰে যদি গৰিহিত কৰ্ম্ম।
দেখা দেখি অন্যো জনে তাকে বোলে ধৰ্ম্ম॥
পাছক লাগিয়া সেই প্ৰবৰ্ত্তিয়া যাই।
ইনে কষ্ট ভৈল ধৰ্ম্ম ৰাজাৰ অন্যায়॥
অজ্ঞানি দেখি কৃষ্ণে থৈলা ৰাজা পতি।
কৰিবেক পাতকীক সমুচিত শাস্তি॥
সেই জনে কৰে আবে ধৰ্ম্মত বিঘাত।
কৰিবেক মোকে আবে কাহাত সঞ্জাত॥
হেনবা বুলিবা ইটো বিপ্ৰ ধৰ্ম্ম ভ্ৰষ্ট।
ইহাক দণ্ডিলে তোমাসাৰ কোন কষ্ট॥
শুনা সাৱধান হোৱা ইহাৰ উত্তৰ।
জান নজানস কিছু মহিমা নামৰ॥
তোৰা সবে ধৰিলে বিপ্ৰৰ ধাতু যাই।
নাৰায়ণ নাম উচ্চৰিলে অনিশ্চায়॥
এতেকে কৰিলে বিপ্ৰে ইটো জথোচিত।
কোটি জনমৰ পাতকৰ প্ৰায়ছিত॥
মোক্ষকো পাইবেক হুৱা কৰ্ম্মতো মুকুত।
ইটো অদভূত নেদেখিবা যমদূত॥
হৰি হেন নাম লৈলে একবাৰ।
মোক্ষকে যাইবাক সি ভৈল কাচপাৰ॥

হেনবা বুলিবি নাম কৰ্ম্মেৰেসে অঙ্গ।
উচৰিলে কৰ্ম্ম কেসে কৰয় সসাঙ্গ॥
স্বতন্ত্রে সাধিবে মতি কিমতে লোকৰ।
ইটো শঙ্কা নকৰিবি জমৰ কিঙ্কৰ॥
দ্রবে সমে কৰে যেন জলক ভোজন।
স্নানে পানে কেৱল সিজয় প্রয়োজন॥
সেহি মতে হৰে পাপ নাশে কৰ্ম্ম সঙ্গে।
কেৱলে স্মৰন্তে পলায় পাতেক বিভঙ্গ॥
নাহি চিত অনিশ্চাতো যিতো বোলে হৰি।
তথাপিতো পলাই পাপ কাম্পে তৰ তৰি॥
যেন ক্ষুদ্র মৃগে নাদ শুনিলে সিংহৰ।
জীৱ ৰাখি হোৱে তাৰ তেখন আতৰ॥
নাৰায়ণ আন বুলিলেক ইটো পাপী।
ভৈল প্রায়ছিত্ত সবে পাপৰ তথাপি॥
এক নামে কৰে মহা প্রলয় পাপৰ।
ইটো দ্বিজে উচ্চৰিলে চাৰিও অক্ষৰ॥
হেন জান আৰু আত পাপ আছে ৰই।
নাপাও অন্ত নামৰ মহিমা আমি কই॥
তপ জপ তীৰ্থ ব্রত জজ্ঞ যত দান।
লক্ষ কোটি ভাগে নুহি নামৰ সমান॥

হেনবা বুলিবি দ্বিজ দুষ্ট দুৰাশয়।
জ্ঞানে কৰি আছে ইটো মহা পাপ চয়॥
লক্ষ কোটি প্ৰায়ছিতে নাহিকে নিস্তাৰ।
একে নামে মাত্ৰ কেনে নিস্কৃতি ইহাৰ॥
দিব্বো আৰ উত্তৰ শুনিও তিনি দুত।
হৰি নাম মহিমা কহন্তে অদ্ভুত॥
ব্ৰহ্ম বধ সুৰা পান অগম্য গমন।
মহা পাপ ব্ৰাহ্মণৰ সুবৰ্ণ হৰণ॥
আনো আনো জগতৰ যত পাপ গণ।
সবাৰো নিষ্কৃতি হৰি নামৰ কীৰ্ত্তন॥
হৰি হৰি বুলি যিটো উচ্চৰে সম্প্ৰতি।
তাহাকো লাগিয়া যাই মাধৱৰ মতি॥
ইটো মোৰ ভৈল বুলি কৰে গদাধৰি।
পাপ খেদাইয়া ৰক্ষা কৰি ফুৰে হৰি॥
নাম লৈলে মাধৱে নেৰন্ত তাৰ কাশ।
যেন ধেনু স্নেহত বৎসৰ নেৰেপাছ॥
নাম ধৰ্ম্ম হেনসে কৃষ্ণক কৰে বশ্য।
নামৰ মহিমা ইটো বেদৰ ৰহশ্য॥
ঋষিগণে বহিয়াছে প্ৰায়ছিত যত।
জাগ যোগ জজ্ঞ জপ তপ তীৰ্থ ব্ৰত॥

কৰিবে নপাৰে সবে সিমতে শুদ্ধিক ।
হৰি নামে কৰে ষেন পবিত্র বুদ্ধিক ॥
যদি কোটি শত বাৰ কৰে প্রায়ছিত ।
তথাপিতো পাপৰ পথত পৰেনিত ॥
মনৰ মলক কৰ্ম্মে গুছাইতে নপাৰে ।
হৰিৰ নামেসে পাপ সমুলি উভাৰে ॥
আন ধৰ্ম্ম কৰ্ম্ম মানে সকলে বিৰোধ
হোৱে হৰি গুণেসে কীৰ্ত্তনে চিত শুদ্ধ
এতেকে মহন্ত সবে এৰি আন কাম ।
ফুৰে মনে বান্ধি বন্ধু মাধৱৰ নাম ॥
নাম একলৈলে কৰে পাপক উচন ।
লৈলেক সমস্ত নাম দ্বিজৰ নন্দন ॥
কোটি কোটি জনমৰ ভৈল প্রায়ছিত ।
ইহাকে ধৰস তোৰা কিনো বিপৰীত ॥
মৰন্তে লৈলেক নাম ইটো অজামিল ।
আওৰ পুনৰপি একোপাপ নুপাজিল ॥
চিত আতি নিৰ্ম্মল পবিত্র ভৈল কায় ।
আওৰ ইটো বিপ্রৰ যমত কিবা দায় ॥
তপ জপ তীৰ্থ বেদ বিধিৰ কিঙ্কৰ ।
নামৰ কীৰ্ত্তন ইটো বিধিৰ ঈশ্বৰ ॥

নাহি কাল নিয়ম নামত একোবিধি।
যেই সেই মতে লৈলে নামে কৰে সিদ্ধি॥
হেনবা বুলিবা হৰি নাম সুমৰিলে।
পুত্ৰকেসে ডাক দিলে ইটো অজামিলে॥
কিমতে পাপত ভৈল শুদ্ধি অধমৰ।
শুন যম দুত তই ইহাৰ উত্তৰ॥
পুত্ৰ নাম ধৰি যদি উপহাস্য কৰি।
উচ্চৰে হেলাত যদি ৰাম কৃষ্ণ হৰি॥
তথাপি সমস্তে তাৰ পাপ ভৈল ক্ষয়।
নকৰিবি যম দুত ইহাত শংসয়॥
বুলিবি ব্ৰাহ্মণ ইটো মহা মন্দ বুদ্ধি।
অল্প নামে মাত্ৰ কেনে মতে হুইবে শুদ্ধি॥
আন প্ৰায়ছিতৰেহে ইসব ব্যবস্থা।
শুন অৰে হৰিৰ নামৰ ইটো কথা॥
উচ্চৰিলে হৰি নাম যিটো একবাৰ।
এৰিয়া সমস্তে পলাই পাতক তাহাৰ॥
সিংহৰ আগত যেন হৰিণৰ মুখে।
দুৰকো দুৰত পলাই নথাকয় সুখে॥
যি পাপৰ বিহিআছে যেন প্ৰায়ছিত।
সেহি পাপ হয়ে তপে জপে কদাচিত॥

হৰিৰ নামত নাই সিসব নিয়ম।
সমস্ত পাপৰ নাম কালান্তক যম॥
শৰীৰৰ মাত্র প্রায়ছিতে পাপ হৰে।
নামৰ কীৰ্ত্তন পাপ সমূলে উভাৰে॥
নাথাকে পাপৰ বিৰ্য্য শুদ্ধ হোৱাচিত।
পুনৰপি পাতক নুপজে কদাচিত॥
বুজিবি নামৰ ইটো হেনসে আশই।
পূৰ্ব্বাপৰে কৰি আছে যত পাপ চয়॥
সিসব পাতক একেতিলে হোৱে নাশ।
বাৰেক কৰিলে মাত্র নামক অভ্যাস॥
যেন চিৰকাল আছে ঘোৰ অন্ধকাৰ।
নষ্ট হোৱে প্রদীপ জালিলে এক বাৰ॥
নলঙ্ঘে পাতক হুনা নামৰ প্রভাৱে।
নাশে অন্ধকাৰ যেন দীপ থাকেযাৱে॥
তেবেসে বাসনা গুচে চিতহোৱে শুদ্ধি।
সিহেতু সদায় স্মৰে যাৰ আছে বুদ্ধি॥
নাম উচৰন্তে নাই মুখত আলাশ।
সমস্ত পাতক হোবে তেখনে বিনাশ॥
শুনন্তে কৰ্ণত যেন অমৃত বৰিষে
জানি সাধু সবে নাম লেৱে অহৰ্নিশে॥

সামান্য লোকৰ আৰে কৰিলো ব্যবস্থা ।
শুনা আৰে পণ্ডিত দ্বিজৰ যেন কথা ॥
পুর্ব্বা পৰে যত পাপ আছিল আচৰি ।
সবাকো এৰাইলা নাৰায়ণ নাম স্মৰি ।
সমস্তে লৈলেক নাম ইটো অজামিল ।
ইহাৰ পাতক পুনৰপি নুপজিল ॥
আম্মাৰ মুখত শুনি বিষ্ণু ধর্ম্ম নিজ ।
ভৈল মন নির্ম্মল গুচিল পাপ বিজ ॥
সিহেতু পৰম গতি পাইলে ইজন্মত ।
ইতো অজামিলৰ ধৰম কেন মত ॥
বুলিবি অজ্ঞানে নাম লৈলে মাধৱৰ ।
নুহিবেক শুদ্ধ শুনা ইহাৰ উত্তৰ ॥
জানি বা নজানি কৰে ইহাৰ কীর্ত্তন ।
তথাপি পাতক দহি নামে কৰে চুর্ণ ॥
অজ্ঞানে বালক যেন পেলাইলেক জুই ।
সেহি অগ্নি দহি যেন যায় ভস্ম হুই ॥
নজানে নামৰ গুণ নলয়ে শ্ৰদ্ধায়ে ।
কিমতে বিপ্ৰৰ ইটো পাপ নষ্ট যাই ॥
হেন শঙ্কা মনত নানিবা যম দুত ।
শুনা কহোঁ নামৰ মহিমা অদভুত ॥

শুনা কোনজন রুগীয়াৰ ইছানাই ।
যেই সেই মতে পীহে মহৌষধি পায় ॥
তথাপি গৰ্ভৰ ব্যাধী গুচে সমুদাই ।
তেনই মহিমা জানা নামৰ নিশ্চয় ॥
নজানে নামৰ গুণ শ্ৰদ্ধা নাহি তাত ।
হৰি হেননাম উচাৰিলে অকস্মাত ॥
তথাপিতো নামে দহে পাপ নিৰন্তৰ ।
শুনিবা নামৰ কহোঁ আৰ পটন্তৰ ॥
কোনো জনে নজানি বিষক কৰেপান ।
হেনকি জানয বিষে নলৈবেক প্ৰাণ ॥
অমৃতক পীলে নজানিয়া যিতোনৰ ।
সিকি নুহিবেক জানা অজৰ অমৰ ॥
হৰিক স্নমৰে দুষ্ট চিত্তে যিতো জন ।
তাহাৰে হৰন্ত মহা পাপ নাৰায়ণ ॥
নজানিয়া যিটো অগণিত দেই হাত ।
তাহকো দহয় বহ্নি কহিলো সাক্ষাত ॥
কোটি কোটি জন্মে যত পাতক সঞ্চিল ।
নাৰায়ণ বুলি বিপ্ৰে সবাকো বঞ্চিল ॥
হেন ভকতক বান্ধ সাহ এত মান ।
গদাৰে কোবায়া কিয় নলৈবোহো প্ৰাণ

সমস্তে পাপক কৰে নামেসে নির্ম্মল।
অগণিৰ আগে যেনশিমুলৰ তুল ॥
আছন্ত মহিমা নাম ধৰ্ম্ম অদভুত।
আৰু শঙ্কা কৰস নামত যম দুত ॥
হাত নাক কান কাটি কৰো সৰ্ব্ব নাশ।
পুনৰপি ভকতৰ যেন নেযা কাষ ॥
এহি বুলি গদা তুলি যান্ত ক্রোধ বৰ।
দেখি তিনি দুতে ভিৰি দিলেক লৰৰ ॥
মহা ত্ৰাশে দুতৰ শৰীৰ সব কাম্পে।
মৰো জীয়ো কৰি পলাই যাই পাছে ॥
নচাৱে পাছক লৰৰিয়া বহু দুৰ।
হাৰা সাস্তি হুয়া পাছে পলাই যম দুত ॥
বিবৰ্ণ বদন অতি তিনিও দুতৰ।
যমৰ আগত কান্দি দিলে গোচৰ ॥
শুনা সভাসদ পদ মহা ভাগৱত।
পাইলা নৰদেহ ভাগ্য ভাৰতত ॥
কহিলন্ত উদ্ধৱত আপুনি ঈশ্বৰ।
পৰম দুর্ল্লভ ইটো নৰ কলেবৰ ॥
কৃষ্ণৰ বচন ইটো পাথৰৰ ৰেখা।
ঘোৰ মৰণক কিয় দেখিও নেদেখা ॥

সাস্ত্ৰতো নুশুনা যম যাতনাৰ দুখ।
সত্বৰে হুয়োক বন্ধু কৃষ্ণৰ সম্মুখ॥
ধন জন জীৱন ক্ষেণেকে হৈবে নাশ।
আৰ ইটো ছাৰ জীৱনত কৰ আশ॥
হুয়ো সচেতন তেজিওক্ আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥

—০—

## ছবি।

শুকনি গদতি ৰাজা, যমৰ দুতৰ কথা,
মিলিল সংবাদ তাক থৈয়ো।
সিটো দ্বিজ অজামিল, পাইল পাছে যেন গতি,
সম্প্ৰতি তোমাত কিছু কৈয়ো॥
দুত যেবে পলাই গৈল, বান্ধৰ মুকুত ভৈল,
দেখিলে দুখৰ পাইলো পাৰ।
পৰি গৈয়া অনুৰাগে, চাৰিও সিদ্ধৰ আগে,
শিৰে কৰিলেক নমস্কাৰ॥
সবে চাক চতুর্ভুজ, যেন চাৰিগোটা সূর্য্য,
প্ৰকাশ কৰন্ত জাতিস্কাৰ।
দেখি দ্বিজ আনন্দিত, তনু ভৈল ৰোমাঞ্চিত,
নেত্ৰৰো লোতক ধাৰে পৰে॥

মোৰ মহা উপকাৰি, কোননো বান্ধৱ ছাৰি,
সাক্ষাতে দিলন্ত প্ৰাণ দান।
সুধিবে খোজন্তে কথা, তেখনে ভৈলন্ত তথা,
চাৰি পাৰিষদ অন্ত ধ্যান॥
তাসম্বাক নেদেখিয়া, দ্বিজৰ দহয় হিয়া,
সৰিত গৈল মৰ্ম্ম চড়ি।
মোক নৰকত তাৰি, কৈক গৈলা বন্ধু চাৰি,
এহি বুলি কান্দে পৰি পৰি॥
অমৃত বৰিষে বাণী, দেখাই দিব্য ৰূপ খানি,
আমাক বঞ্চিলে কোন বিধি।
সুধিবে নপাইলো ভালে, ইসে শোকে হিৰা শালে,
হাততে হৰাইল পোৱানিধি॥
মোৰ মহা উপকাৰী, হা বন্ধু সিদ্ধ চাৰি,
কৈক গৈলা এৰি পাতকীক।
তুমি সব অবিহনে, ধৰো প্ৰাণ কিকাৰণে,
মোহোৰ জীৱন ধিক ধিক॥
এহি মতে কতোক্ষণ, কান্দি ভৈল সঙ্খুক্ষণ,
কৰে দ্বিজে মহা বিমৰিষ।
সপোন দেখিলো কিবা, ঘোৰ যম দুত যিবা,
সিও পলাই গৈল কোন দিশা॥

মোক ৰাখিলন্ত যিতো, চাৰু চাৰি সিদ্ধ সিটো,
ভৈল কোন ভিতি এতি ক্ষণে।
বিমৰিষি অজামিল, অনুতাপ উপজিল,
পৰম বৈৰাগ্য গুণে মনে॥
চাৰি মহা বিষ্ণু দুত, কৈলা যিতো অদভুত,
নামৰ মাহিমা আতি শুনি।
বোলে মহা কোন পুন্য, মাধৱৰ নাম গুণ,
আজি পাইলো প্ৰমান আপুনি॥
কিনো মঞি মন্দ ভাগি, পাপিনী বেশ্যাক লাগি,
কৰিলো ব্ৰাহ্মণ জন্ম নষ্ট॥
এইতে উপাৰ্জিলো পুত্ৰ, পিৰো সবে মল মুত্ৰ,
ইসে মোৰ ভৈল মহা কষ্ট॥
যিতো ভাৰ্য্যা বিবাহিতা, পতিব্ৰতা সুচৰিতা,
তাহাকো কৰিলো পৰিত্যাগ।
তাই মহা সতী আতি, ইতো দুষ্টা অন্ত জাতি,
আতেসে ৰৰাইলো অনুৰাগ॥
পিতৃ মাতৃ মহা সুদ্ধ, অনাথ পৰম বৃদ্ধ,
মই বিনে নাহিকে সন্ততি।
তাসম্বাক তাপ দিয়া, হেনসে দাৰুণ হিয়া,
এৰি আইলো কিনো মন্দ মতি॥

এতেকে জানিলো মোৰ, সিজিল পাতক ঘোৰ,
অৱশ্যে পৰিলো নৰকত।
হাতে গলে বান্ধি আতি, কিঙ্কৰে কৰিবে সাস্তি,
মহা মহা পাপীৰ লগত॥
কৰিলো পৰম পাপ, মহন্তকো দিলো তাপ,
ধন লোভে পীৰিলো পৰক।
এতেকে জানিলো যমে, ভুঞ্জাইবেক অনুক্রমে,
ঘোৰ ঘোৰ দাৰুণ নৰক॥
যমৰ কিঙ্কৰে মোৰ, গলত লগাইয়া ডোল,
পেলাইবেক মল মূত্র কুণ্ডে।
অনেক বিষ্ঠাৰ পোকে, বেঢ়িয়া খাইবেক মোকে,
থাকিবো উভতি তল মুণ্ডে॥
নকৰিলো পাপ অল্প, ভুঞ্জিবো অনেক কল্প,
নপাইবো যাতনাৰ ওৰ।
চিন্তি চিত মোহে থিৰ, হৰি হৰি পাতকীৰ,
কোন গতি হৈবে আবে মোৰ॥
গুণি গুণি নপায় পাৰ, দেখো অতি অন্ধকাৰ,
মোৰ মনে নাই সান্তি সুখ।
কিনো ভৈলো আত্মঘাতি, এহি বুলি কান্দে আতি,
লোতকে তিতিল আখি মুখ॥

স্মৰি স্মৰি পাপ, কৰে মহা হৃদি তাপ,
সিটো মন্দ মতি অজামিল।
ইটো পৃথিবীক যায়া, জানিলো সকলে মায়া,
হৰিসে সুহৃদ মোৰ নিজ॥

---

## পদ।

নিগদতি শুক শুনা নৃপতি প্ৰস্তুত।
পাইলে অজামিলে যেন গতি অদভূত॥
চাৰি সিদ্ধ ক্ষণেকতে ভৈলা সুদ্ধি।
কৃষ্ণৰ চৰণে তাৰ প্ৰবেশিল বুদ্ধি॥
মনে মনে গুনে পাছে দ্বিজ অজামিল।
কেনে হৰি নাম মোৰ মুখত আছিল॥
মই কুলঙ্গাৰ পাতকীৰ আদ্য লেখা।
মোক কেনে চাৰি পাৰিষদে দিলে দেখা॥
তথাপি অধৰ্ম্ম ইজন্মত ভাগ্য শুন্য।
আছে তথাপিতো জানে জন্মান্তৰে পুণ্য॥
দেৱতো উত্তম যিতো সিদ্ধ চাৰি জন।
নুহি তাসম্বাক কিয় পইবো দৰিশন॥
কৈৰ মই জাতি ভ্ৰষ্ট নষ্ট কুলাঙ্গাৰ।
পৰম মঙ্গল কৈক্ত নামৰ উপাৰ॥

এতেকে জানিলো মোৰ পুৰ্ব্ব পুণ্য আছে ।
তাতেসে আচিলা মোৰ চাৰি সিদ্ধ কাছে ॥
নাৰায়ণ নাম হেন আসিল জিভাত ।
তাতেসে এৰাইলো ঘোৰ কিঙ্কৰৰ হাত ॥
যেবে পুৰ্ব্ব পুণ্য মোৰ নাছিলেক হন্তে ।
জিহ্বাত আছিল নাম কিসক মৰন্তে ॥
অশুচি বেশ্যাৰ পতি পৰম পীতিত ।
কোনে ৰাখিলেক নামে কিনো বিপৰীত ॥
নাহি ধৰ্ম্ম সংসাৰত নামৰ সমান ।
আজি প্রত্যক্ষতে তাক পাইলো প্রমান ॥
চাৰে মোক বান্ধি যমদুত তিনি প্রাণী ।
নৰকত পেলাইবে আজুৰি নেই তানি ॥
নাৰায়ণ নাম মাত্র লৈলো তাক চাৰি ।
এতেকতে চাৰি পাৰিষদে নিলে কাঢ়ি ॥
চাৰিৰো প্রসন্ন মুখ দেখিলো প্রত্যেক ।
যমৰ দুতক দুঃখ দিলেক অনেক ॥
পলাইল তেখনে তিনি দাৰুণ কিঙ্কৰ ।
পৰম মহিমা কিনো হৰিৰ নামৰ ॥
সাক্ষাতে শুনিলো চাৰি সিদ্ধৰ বচন ।
নাম বিনে নাহি আন পাতক মোচন ॥

সিদ্ধৰ বচনে সম্পজিল আজি বুদ্ধি।
এতেকে জানিলো হৰি নামে মহৌষধি॥
পৰিহৰি বিষ্ঠা তুল্য বিষয়ক হন্তে।
ফুৰিবো গলত বান্ধি কৃষ্ণ নাম নিতে॥
কিনো কৃপাময় দেৱ দেৱতাৰ দেৱ।
ব্ৰহ্মা মহেশ্বৰে জাক সদা কৰে সেৱ॥
যাৰ নাম লৈলে মাত্ৰ পাপীও নিস্তৰ।
হেনয় কৃষ্ণক কোটি কোটি নমস্কাৰ॥
কৃষ্ণে পিতা মাতা গতি মতি পতি প্ৰাণ।
কৃষ্ণৰ চৰণ বিনে নিচিন্তোহো আন॥
আজি ধৰি মনে মই কৰিলো নিশ্চয়।
গৈলো কৃষ্ণ চৰণত আপুনি বিক্ৰয়॥
লৈলোহো কৃষ্ণত এবে শৰণ সাক্ষাত।
নপৰোহো যেন পুনৰপি যাতনাত॥
কৃষ্ণৰেসে চৰণক চিন্তিবো সতত।
কৃষ্ণৰেসে নাম মই ৰাখিবো সতত॥
শুনিবো সদায়ে কৰ্ণে কৃষ্ণৰেসে কথা।
হৰি ভকতক নেত্ৰে দেখিবো সৰ্ব্বদা॥
হস্ত দুই কৰিবোহো কৃষ্ণৰেসে কাম।
সদা শিৰে কৰিবোহো কৃষ্ণক প্ৰণাম॥

ভকতৰ সঙ্গ লৈবো কৰিয়া প্রবন্ধ ।
আপোনাৰ আপুনি চিন্তিবো কৰ্ম্ম বন্ধ ॥
কৰিবোহো উদ্ধাৰ আপুনি আপোনাক ।
পুনৰপি মই যেন নজায়ো যাতনাক ॥
স্ত্রী ময় মায়া মহাগ্রাহেঁ মোক ধৰি ।
বাণৰক নছুৱায়ে যেন বশ্য কৰি ॥
ভৈলোহো বেশ্যাৰ চিৰ দাসতো অধিক ।
অধমৰ মোৰ জীৱনৰ ধিক ধিক ॥
মহা অনৰ্থত অৰ্থ বুদ্ধি ভৈল মোৰ ।
আবে কৃষ্ণ কীৰ্ত্তন কৰিবো নিৰন্তৰ ॥
নিশ্চয় নিৰ্ম্মল মন মোৰ সৰ্ব্ব ক্ষণে ।
পশিলো শৰণে কৃষ্ণ বন্ধুৰ চৰণে ॥
প্রাণন্তিকো কৃষ্ণ বিনে নিচিন্তিবো আন ।
হে কৃষ্ণ কৃষ্ণ বাপ কৰা পৰিত্রান ॥
মহা প্রেমে পৃথিবীত পৰি অজামিল ।
কৃষ্ণ কৃষ্ণ বুলি সিটো অনেক কান্দিল ॥
ইটো দ্বিজ জন্ম যদু নাথ বৃথা নিলো ।
তুমিসে পৰম বন্ধু আজিসে জানিলো ॥
মই পাতকীক প্রভু কৰিও উদ্ধাৰ ।
পতীত পাৱন কৃপা কৰা এক বাৰ ॥

পতীত পাৱন প্ৰভূ পশিলো শৰণে।
কৰা গতি পতীতক আপোনাৰ গুণে ॥
লোতকে তিতিল মুখ সুখ সান্তি নাই।
নিজ পাপ সুমৰন্তে মৰ্ম্ম চৰি যায় ॥
নাই মন তুষ্টি উঠি দ্বিজ অজামিল।
কৃষ্ণ কৃষ্ণ বুলি গঙ্গাধাৰক লৰিলা ॥
গৃহ ভাৰ্য্যা পুত্ৰক কৰিল পৰিত্যাগ।
কৃষ্ণ চৰণত অতি ভৈল অনু ৰাগ ॥
সাধু সঙ্গে ক্ষণেকে মিললি বিৰকতি।
ভৈল ভাগ্যোদয় দ্বিজ মহা শুদ্ধ মতি ॥
দিন কতিপৰে পইলা গিৰি হেমন্ত।
আকাশৰ পৰা গঙ্গা যথাত পৰন্ত ॥
পৰম পবিত্ৰ থান বহে গঙ্গানীৰ।
তৈতে আছে দেখি দিব্য গঙ্গাৰ মন্দিৰ ॥
বহে গঙ্গানীৰ যেম স্ফটিক শঙ্কাস।
পুষ্পাৰ সুৰভী গন্ধে শোভি দিশ পাস ॥
পৰম আনন্দে হসা শুশীতল বাতে।
দেখি দ্বিজ অজামিল বঞ্চিল তথাতে ॥
জাহ্নৱী জলত ৰঙ্গে কৰিলন্তস্নান।
ৱসি দেৱ মন্দিৰত কৰিলন্ত ধ্যান ॥

পুত্ৰৰ স্নেহকো চিণ্ডিল অজামিল।
কৰ্ণ মন বাক্য নয়ণকো নিৰোধিল ॥
গুছিল মনৰ মল বিষয়ৰ ক্লেশ।
কৃষ্ণ চৰণত মন কৰাই প্ৰবেশ ॥
হৃদয়ত ৰূপ নাম নুগুছে মনত।
সিহৰিল লোম প্ৰেম ভকতি সুখত ॥
যেতিক্ষণে নাৰায়ণ নাম উৰিৰ্চ্চল।
কৰ্ম্মৰ বন্ধন মানে তেখনে ছিণ্ডিল ॥
কৰিল নিৰ্ম্মল নামে শুদ্ধ ভৈল কায়।
আউৰ কৃষ্ণ চৰণক নছাৰে সদায় ॥
কৃষ্ণে পৰম মোৰ সুহৃদ নিছয়।
কৃষ্ণক স্বৰন্তে দ্ৰৱে আনন্দে হৃদয় ॥
কৃষ্ণ কৃষ্ণ বোলন্তে উপজে প্ৰেম আৰ্ত্তি।
কৃষ্ণক নিৰ্ম্মল চিত্তে কৰিলা ভকতি ॥
কৃষ্ণৰ ৰূপত যেন ভৈল মগ্ন মন।
আসি পৰিসদে হুনাই দিলে দৰিশন ॥
বৈকুণ্ঠৰ পৰা দিব্য বিমানক লৈই।
এক কোটি সূৰ্য্য জেন জলন্তে আছয় ॥
সাৰি সাৰি তাৰ মাজে সুবৰ্ণ কীঙ্কিনী।
চক্ষু মেলি দ্বিজে দেখিলেক ঝঞ্জনী ॥

কিবা আসে বুলি উৰ্দ্ধ দৃষ্টি কৰি চাইল।
ক্ষণেকতে ৰথ আসি সন্নিত ছপাইল ॥
ৰিমানত দেখে সেই পৰিষদ চাৰি।
পৰম সুহৃদ মোৰ মহা উপকাৰি ॥
এসম্বে কৰিলে যম যাতনাত ত্ৰাণ।
আনন্দে দ্বিজৰ দেখি উলসিল প্ৰাণ ॥
মিলিল সন্তোষ সবে শৰীৰ সিহৰে।
দুয়ো নয়ণৰ পৰা সৰ সৰি পৰে ॥
ডাক চাৰি উচ্চৰিলা ৰাম কৃষ্ণ নাম।
চাৰিকো কৰিলা শিৰে পৰিয়া প্ৰণাম ॥
তুনাই দ্বিজ অজামিল কৃতাঞ্জলি উঠি।
চাৰি পাৰিষদক নিৰেখে মন তুষ্টি ॥
তাসম্বাৰ ৰূপত লাগিল যেন ধ্যান।
তেখনে ছাৰিলা বিপ্ৰে কৃষ্ণ বুলি প্ৰাণ ॥
গঙ্গাত পৰিলা সিটো শুক্ল কলেৱৰ।
কৃষ্ণৰ স্বৰূপ ৰূপ পাইলে দ্বিজবৰ ॥
চাৰু শ্যাম ৰূপ তাতে জলে পীতবাস।
নবীণ মেঘত যেন বিজুলী প্ৰকাশ ॥
শিৰত কীৰিতি কৰ্ণে মকৰ কুণ্ডল।
নয়ন কমল মুখ চন্দ্ৰৰ মণ্ডল ॥

উতন্ন নাসিকা স্কন্ধ কটি দন্ত পান্তি ।
ৰাতুল অধৰ বিম্ব ফল সম দন্তি ॥
জলে জিলি মিলি যেন অগনিৰ জ্বলা ।
আপাদ লম্বিত হৃদয়ত বনমালা ॥
কঙ্কন কেয়ুৰে ৰঞ্জে বাহু চাৰি খান ।
ললিত বলিত নীল বলয় মোলান।
বাজে কণু ঝুন কৰি কনক কিঙ্কিনী ।
মাটিত লোটন্তে আছে পাণ্ট পীত ভূমি ॥
চাৰু উৰু জঙ্ঘা যুগ যেন ৰাম কল
সুবৰ্ণ নুপুৰ ৰঞ্জে চৰণ কমল ॥
প্ৰকাশে শৰীৰ ৰস্মি সূৰ্য্যৰ জেউতি ।
বসি আসে দ্বিজ আতি আনন্দিত মতি ॥
কৃষ্ণৰ স্বৰূপ পাইলে সিটো অজামিল ।
নামি চাৰি পাৰিষদে আসি আলিঙ্গিল ॥
ৰথত তুলিলে ধৰি কৰি বহু মান ।
ওপৰক লাগি পাছে চলিল বিমান ॥
বৈকুণ্ঠৰ শ্ৰীক দেখি পৰম বিস্ময় ।
কৰেঙ্গ বাসি আসি বেঢ়ি কৰে জয় জয় ॥
শিৰত বৰিষে ৰঙ্গে কুসুম সুৰভী ।
বাজে ৰঙ্গে যত যত আনন্দে দুন্দুভি ॥

এহি মতে দ্বিজে আনন্দতে চলি যায়।
বৈকুণ্ঠক পালে সাজো স্বৰ্গক চৰায়॥
সক্ষাতে আছন্ত যৈত প্ৰভূলক্ষী পতি।
কৰিলন্ত হৰিসতে তৈকে লাগি গতি॥
সেৱা কৰি ৰৈল হুৱা এক পাৰিষদ।
ভকতি মিলাইলে মহা মুকুতি সম্পদ॥
তৰিল দুষ্টৰ যম যাতনাৰ ভিতি।
দিব্য বিমানত ৰঙ্গে কৰিলন্ত গতি॥
লক্ষী হেন ৰূপৱতী ৰমণী অনেক।
হাতে তাল ধৰি বাৱে সঙ্গীত যতেক
কৃষ্ণ গুণ গাৱে প্ৰেমে দ্ৰৱে অতি চিত।
বহয়ে লোতক আতি তনু ৰোমাঞ্চিত॥
কৃষ্ণৰ সদৃশ ৰূপ চিনন নাযায়।
শ্ৰীবৎস কৌস্তুভ মাত্ৰ দুই চিননায়॥
অনিছায়ে সুমৰিলে মৰন্তে নামক।
তথাপিতো পাইলে অজামিলে বৈকুণ্ঠক॥
ভৈল চতুৰ্ভুজ আনন্দৰ নাই সীমা।
কি কহিবো নাৰায়ণ নামৰ মহিমা॥
শুনা সভা সদ পদ মহাভাগৱত।
কেদিন থাকিবা ইটো মনুষ্য লোকত॥

অথিৰ জীৱন যেন বিজুলি চমক।
কেতিক্ষণে ধৰে দুতে দেখায়ে ঝমক ॥
একেতিলে ইটো অৱগৰ্ব্ব হৈবে চুৰ।
দোৰ্ঘোৰ যাতনা ময় মহঃ যম পুৰ ॥
ভুঞ্জাইবে যাতনা দুতে গাতত নিবোধি।
নিচিন্তি আছা কেনে হত ভৈল বুদ্ধি ॥
যিটো মনুষ্যৰ হৰিৰ পদে চিন্তা নায়।
অৱশ্যে হৈবেক সিতো বিন্টা পলু ছায় ॥
হেন জানি কৃষ্ণৰ চৰণে দিয়া চিত।
জানা হৰি ভকতেসে পৰলোক বিত ॥
হৰি নাম সম নাই পৰম বান্ধৱ।
নাম উচৰিলে ৰাখি ফুৰন্ত মাধৱ ॥
পৰম বিষয় নাম লৱে অনিছায়।
পাপত মুকুত হোৱে সিও সমুদায় ॥
যমৰ কিঙ্কৰে আৰ তাহাকো নজাম্পে।
নামৰ ভয়ত মৃত্যু তৰতৰি কাম্পে ॥
প্ৰথম কন্ধত তাক দেখিয়ো বিচাৰি।
নামেসে ধৰ্ম্মৰ ৰাজা অতি হিত কাৰি ॥
জগত নিস্তাৰক মহা হৰি নাম।
জানি নিৰন্তৰে নৰে বোলা ৰাম মাৰ ॥

## ছুলৰি ।

নিগদতি শুক, শুনিলা নৃপতি,
নামৰ হেন প্ৰভাৱ ।
অপাৰ সংসাৰ, সাগৰ তৰিতে,
নামেসে সুদৃঢ় নাৱ ॥
হৰি নাম বিনে, যত যজ্ঞ দান,
সাধিবে নপাৰে পতি ।
নামৰ সমান, নুহি পুণ্য আন,
জানিবা নিষ্টে নৃপতি ॥
পাপী অজামিল, জাতি কুল হীন,
খেছৰি বেশ্যাৰ পতি ।
গলে লগাই জৰি, যমদুতে ধৰি,
নেই নৰকক প্ৰতি ॥
নাৰায়ণ বুলি, ডাকিলে ডৰত,
অধম বিপ্ৰ পামৰ ।
এতেকে মৃত্যুক, তৰি মুখ্য পাইলে,
মহিমা দেখা নামৰ ॥
নাম কীৰ্ত্তনত, পৰে মনুষ্যৰ,
নুহি কৰ্ম্ম বন্ধ চেদ ।

সমস্তে সংসাৰ, নামেসে উদ্ধাৰ,
কহিলো পৰম বেদ ॥
ইহাৰ প্ৰমান, মনতে জানিবা,
যিজনে নামক স্মৰে।
তাৰ আৰ তীৰ্থ, ব্ৰত তপ জপ,
কৰ্ম্মত মন নপৰে ॥
ভকতিসে মাত্ৰ, কৰিবে নিশ্চয়,
জীৱন তাৰ সফল।
নামক নধৰি, সবে কৰ্ম্ম কৰি,
নুগুছে মনৰ মল ॥
পৰম গোপ্যনি, কথা যিটো ইটো,
শুনে ভণে ভক্তি ভাৱে :
নযাই যাতনাক, যমৰ দুতকো,
চক্ষুকো মেলি নচাৱে ॥
যদ্যপি অধম, মহা মন্দমতি,
অধৰ্ম্মক মাত্ৰ সাধে।
তথাপি ই কথা, শুনন্তে ভনন্ত,
বিষ্ণু ভুৱণত বঞ্চে ॥
আৰু অদভুত, নেদেখিবা নৃপ,
নামৰ মহা মহিমা।

পাপৰ অন্তক, কি কৈবো নামক,
নামেসে মুখ্যৰ সীমা ॥
যাৰ সম নাই, পাতকী লোকত,
মন্দ দ্বিজ অজামিল।
অগ্র ধাৰে নাম, মৰন্তে স্মৰন্তে,
তাকো বৈকুণ্ঠক নিল ॥
সুদৃঢ় বিশ্বাসে, যিটো জনে লৱে,
কৃষ্ণক এক শৰন।
জানি যত ধৰ্ম্ম, সততে মুখত,
নামৰ নেৰে কীৰ্ত্তন ॥
তাহাৰো মহিমা, কহি নপাও সীমা,
কহিলো স্বৰূপ নৃপ।
কৰিলেক বশ্য, অৱশ্যে কৃষ্ণক,
নেৰন্ত তাৰ সমীপ ॥
সিটো ভকতৰ, মৰিবে নলাগে,
জীৱন্তে পাইলে মুকুতি।
সমস্তে সাস্ত্ৰৰ, চাৰিও বেদৰ,
কহিলো তত্ত্ব যুগুতি ॥
জ্ঞানী কৰ্ম্মী জনে, নজানে নামক,
ভকতৰ নৱনিধি।

পৰম ঈশ্বৰ, আচন্তোক কৃষ্ণ,
নামত সমস্ত সিদ্ধি ॥

## ছবি।

শুনি নৃপ পৰীক্ষিত, ঋষিত পুছন্ত পাছে,
কৰি কৃতাঞ্জলি সৰহিত।
নামৰ মহিমা যত, তোমাৰ মুখত শুনি,
শুনি ভৈলো পৰম তৃপিতি ॥
যমৰ আগত পাছে, গোচৰ দিলেক লৈয়া,
তিনি দুতে মহা পীড়া পায়।
কোনবা প্ৰবোধ তাক, বুলিলন্ত তাসম্বাক,
শুনিবাক মোৰ ইছা যায় ॥
পাতকী জনক আতি, কৰি যিটো উগ্ৰসাস্তি,
যাৰ বশ্য জগতৰে প্ৰজা।
যাহাৰ আদেশ চুৰ্ণ, নতু কৰে এক জন,
পৰম মহিমা ধৰ্ম্ম ৰাজা ॥
পৰাক্ৰমে নাহি সম, জগত অন্তক যম,
তান নতু শুনি আজ্ঞা ভঙ্গ।
কহিওক মহা মুনি, দুতৰ বচণ শুনি,
পাছে কেম কৰিলন্ত ৰঙ্গ ॥

পাৰিযদে মাৰি বাৰি, লৈলন্ত দ্বিজক কাঢ়ি,
দূতৰো ৰাখিল মাত্র প্রাণ।
কিঙ্কৰে দিলেক সাক্ষী, তাসম্বাৰ দুখ দেখি,
যমে কিবা দিলে সমিধান।
আক শুনিবাক মোৰ, পৰম কৌতুক আছে,
ছেদিওক মনৰ সংশয় ॥
তোমাৰ মুখৰ বাণী, শুনি নিস্তৰোক প্রাণী,
তুমি মুনি মহা কৃপাময়।
কতবা জন্মৰ পুণ্য, তোমাত পুছিবে পাইলো,
কিনো মোৰ আছে মহা ভাগ ॥
দেবে নেদেখন্ত যাক, হেনয় মুনিক মই,
মৰণ সময়ে পাইলো লাগ।
এতেকে বোলন্তে নৃপে, লোতকে তিতিল মুখ,
মিলিল করুণা ময় অতি ॥
তনু ভৈল পুলকীত, কৃষ্ণৰ চৰণে চিত,
দিয়া তম্ভিথাকিল নমাতি।
দেখি শুক মূনি পাছে, নৃপতিক প্রশংসিলে,
ধন্য ধন্য পাণ্ডব সন্ততি ॥
দূতৰ যমৰ আবে, শুনিও সম্বাদ কথা,
কহোঁ আবে শুনিও সম্প্রাতি।

## দুলৰি।

শুন সভা সদ, ভাগৱত পদ,
আত নকৰিবা শঙ্কা।
ৰামত ভকতি, কৰি এক মতি,
বানৰে মাৰিলে লঙ্কা॥
অনেক ভালুক, বানৰ ৰাক্ষস,
লগতে পাইল মুকুতি।
ভকতি কৰিলে, নপাইবে মনুষ্য,
মুকুতি কোন যুগুতি॥
অনেক অসুৰ, পিশাচ পশুৰ,
ভকতি সাধিলে গতি।
কিনো অন্ধ লোক, প্ৰবন্ধ নকৰে,
মাধৱত নেদে মতি॥
বকুল অগৰু, যত তৃন তৰু,
শবে পৰম্পদ পাইলে।
মিছাতেহে মজে, কৃষ্ণক নভজে,
দিনতে দুই চক্ষু খাইলে॥
বাল্মীকি দুৰ্ঘোৰ, আছিলেক ঘোৰ,
ৰাম বুলি ভৈল ঋষি।

পাপী অজামিল, বৈকুণ্ঠে চলিল,
নাৰায়ণ নাম ঘুষি ॥
দাসীৰ কুমাৰ, ভৈল অৱতাৰ,
নাৰদ নামৰ বলে।
আক শুনি মৰে, নামক নধৰে,
কোননো বিধতা চলে ॥
নাই তপ ব্ৰত, কলিত জগতে,
নামেসে পৰম ধৰ্ম্ম।
বেদৰ সাৰক, নধৰে নামক,
সাস্ত্ৰৰো নুবুজে মৰ্ম্ম ॥
যাত আছে বুদ্ধি, ধৰিও ঔষধি,
সংসাৰ ব্যাধিৰ নাম।
ভণিলা শঙ্কৰে, নিৰন্তৰে নৰে,
ডাকি বোলা ৰাম ৰাম ॥

## পদ।

নিগদতি শুক শুনা নৃপ পৰীক্ষিত।
নামৰ মহিমা আক মহা বিপৰিত ॥
ধন্য ৰাজা কৃষ্ণৰ কথাত মিলে স্বাদ।
যমৰ দুতৰ আবে শুনিয়ো সম্বাদ ॥

সমাজক পাতিয়া আছন্ত ৰাজা যম।
মহা পাৰিষদে বসি বিপুল বিক্রম॥
ধৰিয়া আছন্ত বিষ্ণু দুত যম দণ্ড।
সমস্তে প্রেতৰ প্রভু প্রভাৱ প্রচন্দ॥
চামৰে দুই পাশে দোলে শিৰে স্বেত চত্র।
লিখে ছিত্র গুপ্তে হাতত পাঞ্জি পত্র॥
ঋষি পাৰিষদে সবে আছন্ত আবৰি।
নটে ভাটে গাই বাই গীত তাল ধৰি॥
হাতত লোহাৰ ডাঙ্গ কাছি মাল কাছে।
দাৰুণ কিঙ্কৰ সবে উপাসন্তে আছে॥
দুই চক্ষু ৰঙ্গা আঙ্গাৰৰ বর্ণ কায়।
বিকট দশন ঘোৰ ৰাক্ষস পৰাই॥
থাই থাই পাতকীক কৰে উগ্র সাস্তি।
চতুর্ভিতি শুনি মহা আর্ত্ত নাদ আতি॥
যমৰ পুৰত হেন বহল সমাজ।
মহা পাৰিযদে বসি আছে ধর্ম্ম ৰাজ॥
সেহি বেলা তিনি দুতে মহাপীড়া পায়।
কাঢ়ে খৰ উষাশ মুখত মাত নাহিঁ॥
বিবর্ণ বদন দুখে মুখে মহা ক্লেশ।
ভৈলা আসি সেহি বেলা সভাত প্রবেশ॥

ৰাজাক দেখিয়া আতিমৰ্ম্ম গৈল চৰি।
কান্দে হুম হুমি তিনি দুতে আগে পৰি॥
সমস্ত সমাজ নিশবদ হোৱা আছে।
কি ভৈল বুলিয়া যমে পুছিলন্ত পাছে॥
পাতকীক কাঢ়ি লৈলে আমাসাক মাৰি।
লোকৰ কতনো আৰু আছে অধিকাৰি॥
তুমিসি ঈশ্বৰ আমি জানোহো সদায়।
নাহি দণ্ডধৰ আৰ তোমাৰ বিনায়॥
তুমি যম ৰাজা পাঞ্চি পঠোয়া আমাক।
বান্ধি আন পাতকীক যম যাতনাক॥
পাপ পুণ্য বিচাৰি আপুনি দিয়া ফল।
কৈতো নতু কৰে যম দুতক দুৰ্ব্বল॥
কাম্পে সুৰা সুৰ সবে যাৰ দেখি শঙ্ক।
নতু দেখো কহিতো তোমাৰ আজ্ঞা ভঙ্গ।
তোমাৰেহে আদেশে পাপীক আনো ধৰি॥
হাতে গলে বান্ধিয়া চামৰ লগাই জৰি।
নাৰায়ণ আইস বুলি দ্বিজে দিলে ডাক॥
কৈৰ চাৰি গোটা সিদ্ধে শুনি লেক তাক।
ভয় নাই বুলি আৰাৰন্ত বাঘস্বাৰ।
খেদি আহি পাইলে যেন বিজুলি সঞ্চাৰ॥

সুপুছি আমাত আগে জুৰিলেক কিল।
বেতৰ কোবত ধাতু আমাৰ উৰিল ॥
চৰ্বৰ ছোটে গাল ভিন্দাকাৰ ভৈল।
গদাৰ কোবত কলা ধাতু মাত্ৰ ৰৈল ॥
সমুলি মাৰিলে প্ৰাণে কিবা সোধা কথা।
কতেক কহিবো ৰাজা আমাৰ অৱস্থা ॥
সিটো কোন চাৰি কহিয়োক কাৰ দূত।
নতু দেখো হেন মহা ৰূপ অদভুত ॥
চাৰু চতুৰ্ভুজ শ্যাম তনুপীত বাস।
অলঙ্কাৰে কৰে যেন সূৰ্য্যৰ প্ৰকাশ ॥
দেৱতো উত্তম সিটো সুকুমাৰ বেশ।
পাপীক লৈলেক কাঢ়ি ভাঙ্গিয়া আদেশ ॥
তোমাক বুলিলে বাক্য গৰিহা যতেক।
মোৰ মুখে প্ৰভু তাক কাহিবো কতেক ॥
কাৰ সিটো দূত কহিওক ভাল কৰি।
তাহাৰ হাতত নজানিলে যাইবো মৰি ॥
সিদ্ধৰ দেখিলো যেন মহা পৰাক্ৰম।
জানো এক ইন্দ্ৰ জেন নুহি তাৰ সম ॥
আমাৰ মানক যদি ৰাখিবা নিশ্চয়।
কাৰ সিটো দূত মোক দিও পৰিচয় ॥

আমি যেবে মৰো তোমাৰেহে ক্ষতি অতি।
শুনিয়া যমৰ প্ৰেম উপজিল অতি॥
কৃষ্ণ পদ পঙ্কজক মনত স্মৰিল।
তনু ভৈল পুলকিত লোতক ঝৰিল॥
মনত মিলিল মহা আনন্দ একান্ত।
মুখ মুচি দিলাপাছে দুতক সিদ্ধান্ত॥
যিকথা পুছিলি শুন সমস্তে কিঙ্কৰ।
আছন্ত পৰম দেৱ কৃষ্ণ মহেশ্বৰ॥
যাক কৰ্ণে শুনন্তে মনত মিলে ৰঙ্গ।
তাহান আগত মই ক্ষুদ্ৰসে পতঙ্গ॥
কৃষ্ণেসে ঈশ্বৰ চৰাচৰ জগতৰ।
যাৰ আজ্ঞা পালে ব্ৰহ্মা বিষ্ণু মহেশ্বৰ॥
সৃষ্টি স্থিতি প্ৰলয় কৰে ভিন্নে ভিন্নে।
অনাদি অনন্ত কোন আছে তান্ত বিনে॥
যাৰ বেদ বাক্যত জগত ভৈল বন্দি।
যেন নাক বিন্ধি বলদক আছে ছান্দি॥
জাতি ধৰ্ম্ম কৰি কৰে তাহাঙ্কেহে সেৱ।
তাহানেসে অধিন যতেক আমি দেৱ॥
নজানিহে মোক তোৰা বোলহ ঈশ্বৰ।
মোৰ য'ত অধিকাৰ শুনিবি কিঙ্কৰ॥

সংসাৰত আছে জীৱ জন্তু যত মানে।
নকৰো সবাকে সাস্তি দেখ বিদ্য মানে॥
মনুষ্য মধ্যত যিটো পাতকী নিস্খল।
তাকেসে যাতনা ভুঞ্জাই কৰো দণ্ড ফল॥
পাতকী জনক মাত্র মোৰ অধিকাৰ।
কৃষ্ণৰ কিঙ্কৰ মই জানা সাৰে সাৰ॥
কৃষ্ণৰেসে আজ্ঞা মই ধৰি প্রতিনিত।
কৰো যে পাপীক উচিত প্রায়শ্চিত্ত॥
ঈশ্বৰৰ ঈশ্বৰ হেনসে কৃষ্ণদেৱ।
ব্রহ্মময় মুৰ্ত্তি যাত পৰে নাহিকেৱ॥
ইন্দ্র চন্দ্র ব্রহ্মা বহ্নি শিৱ সূৰ্য্য কাল।
কুবেৰ বৰুণ বায়ু দশ দিগপাল॥
যত প্রজাপতি ময় আদি যতদেৱ।
যাহাৰ লীলাক আমি নাজানোহো কেৱ॥
মহা ঋষি সব যাৰ মায়ায়ে মোহিত।
নজানন্ত ঈশ্বৰ কৃষ্ণত নাহি চিত্ত॥
তাক জানিবেক আৰে আন কোন নৰে।
একে এক শৰণীয়া ভকতত পৰে॥
জন্মে জন্মে আছে যাৰ পাপৰ পৰ্ব্বত।
হিয়াত থাকন্ত যাৰ নুহিকা বেকত॥

পূৰ্ব্ব জনমত যিটোজন পুণ্যৱন্ত ।
মায়াকো তৰিলে পুৰুষ মহন্ত ॥
সিসেজনে ধৰে কৃষ্ণ চৰণত ছাপি ।
এহিসে প্ৰকাৰে চিনি পুণ্যৱন্ত পাপী ॥
ব্ৰহ্মা আদি তৃণ পৰ্য্যন্তৰ অন্তৰ্য্যামী ।
হেন কৃষ্ণ দেৱতো মোহোৰ নিজ স্বামী ॥
হেন বা বুলিবা ব্ৰহ্মাদিতো পৰ ।
জানিলো আছন্ত কৃষ্ণ জগত ঈশ্বৰ ॥
পাপীকো ৰাখিলে যিটো আমাসাক মাৰি ।
বিপৰীত বেশ সিটো কোন সিদ্ধচাৰি ॥
তাৰ কথা শুন সাৱধানে দূতগণ ॥
শুনন্ত ঈশ্বৰ যিটো দেৱ নাৰায়ণ ॥
তান পাৰিষদ সব মনোহৰ বেশ ।
ভকতক ৰাখি ফুৰা তাহান আদেশ ॥
কৃষ্ণৰ সদৃশ সবে ৰূপ সুকুমাৰ ।
মেঘ সম শ্যাম পীতবস্ত্ৰে অলঙ্কাৰ ॥
সবে চাৰু চতুৰ্ভুজ কৰ আৰকত ।
শঙ্খ চক্ৰ গদা পদ্ম সবাৰো হাতত ॥
কেয়ূৰ কঙ্কনে কৰে কটিত মেখলা ।
আজানুলম্বিত গলে জলে বনমালা ॥

নপুৰে ৰঞ্জিত চাৰু চৰণকমল।
কৃষ্ণৰ সদৃশ সবে ভকত বৎসল॥
লক্ষ কোটি দিগজৰ বল আছে গাৱে।
কৃষ্ণৰ সমান সবে অচিন্ত্য প্ৰভাৱে॥
সূৰ্য্যৰ জ্যোতি যেন চাহান নাজায়।
ব্ৰহ্মা আদি দেৱগণে পুজে যাৰ পায়॥
আনো যেবে কৰে ভকতক অপকাৰ।
গদায়ে কোবায়া তাক কৰে বুন্দামাৰ॥
হেন বা বুলিবি যেবে হোৱে বিষ্ণু দূত।
কিসক কৰিলে হেন মহা অদ্ভুত॥
পাতকীক ৰাখিয়া আমাসাক মাৰে প্ৰাণে।
তাহাৰ সিদ্ধান্ত শুন দূত সাৱধানে॥
যিটো ধৰ্ম্ম কৃষ্ণে কহিলন্ত নিজমুখে।
যাক জানি নৰে তৰে সংসাৰৰ দুখে॥
ভৃগু আদি কৰি ঋষি জগতে প্ৰখ্যাত।
মহা সিদ্ধ সবো যাক নজানে সাক্ষাত॥
দশ দিগপাল আনো সুৰাসুৰ নৰে।
নজানন্ত বিদ্যাধৰী কিন্নৰ চাৰণে॥
পৰম ৰহস্য নাম নজানে জগতে।
মনুষ্যে জানিবে আৰে আক কেনমতে॥

পৰম গোপ্যণি নাম ইসে ধৰ্ম্ম নিজ।
অনিচ্ছায়ে উচৰিলে অজামিল দ্বিজ॥
ভৈল তথাপিতো সিটো পাপত মুকুত।
ৰাখিলা তাতেসে তাক চাৰি বিষ্ণু দূত॥
সমস্তে দেৱৰ ৰাজা জানিবা শ্রীহৰি।
তানে নাম ৰাজা যত ধৰ্ম্মৰ উপৰি॥
সমস্তে পাপৰ উচৰিলে হয় ক্ষয়।
নকৰিবি দূতগণ ইহাক সংশয়॥
শুনা সভাসদ পদ মহা ভাগৱত।
স্বৰ্গ মৰ্ত্ত্য পাতালত নাছিল পূৰ্ব্বত॥
বৈকুণ্ঠৰ শাস্ত্র আক নতু জানে কেৱে।
উদ্ধব আদিয়ে জ্ঞানিলন্ত ব্ৰহ্মাদেৱে॥
কিনো মহাভাগ্য দেৱলোকৰ কলিত।
নামে সমে কৃষ্ণদেৱে ভৈলন্ত উদিত॥
ইহেন কালত যিটো নভৈল নিস্তাৰ।
কোটি জনমতো নাহি তাহাৰ উদ্ধাৰ॥
হেন জানি সত্বৰে হুয়োক সাৱধান।
অথিৰ জীৱন যাই কেতিক্ষণে প্ৰাণ॥
ভাৰতত নৰ তনু নপাইবা সেহুৰে।
ৰাম নাম বান্ধৱক ধৰা নিৰন্তৰে॥

ভকতক কৃপায়ে কলিত মহা হৰি।
যশ বিস্তাৰিলা দৈৱকীত অৱতৰি॥
কৃষ্ণৰ বাক্যত আবে কৰিও প্ৰত্যয়।
অবিবাক হলে আক কৰিও নিশ্চয়॥
মৰণ সমল নাই বিনে হৰি নাম।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম॥

## দুলৰি॥

নিগদতি শুক, শুনা সৱধানে,
পৰীক্ষিত নৃপবৰ।
সম্বোধি দূতক, দুনাই যমৰাজা,
মহিমা কহো নামৰ॥
পৰম দুৰ্লভ, মাধৱৰ নাম,
সংসাৰ সাগৰ নাৱ।
তিনিও লোকত, নাহি হেন যম,
নামৰ যেন প্ৰভাৱ॥
হেনবা বুলিবি, নামৰ মহিমা,
যদি যানন্তাৰো নাই।
আছে ইটো ধৰ্ম্ম, কিমতে জানিব,
শুনা তাৰো অভিপ্ৰায়॥

দেৱৰ নিমিত্তে, নামক পুৰ্ব্বত,
গুপ্ত কৰিয়া থৈলা ।
পদ্ম কলপত, ব্ৰহ্মা আৰাধন্ত,
নাৰায়ণে তাত কৈলা ॥
কিছু কিছু কৰি, প্ৰবৰ্ত্তিল নাম,
কেন মহা ধৰ্ম্ম দেখা
নামৰ মহিমা, জানে যত লোক,
শুনা দেৱ তাৰ লেখা ॥
ব্ৰহ্মা মহেশ্বৰ, প্ৰহ্লাদ নাৰদ,
কপিল কুমাৰ মুনি ।
ভীষ্ম স্বায়ম্ভূব ব্যাস সুত শুক,
জনকো জানা আপুনি ॥
দৈত্য শুত বলি, মই যম ৰাজা,
মোৰ কিনো ভাগ্যোদয় ।
এহি বাৰ জন, জানা ইটো ধৰ্ম্ম,
জানিবা ইটো নিশ্চয় ॥
কোটি তপ তীৰ্থ, ঘটতো কৰিয়া,
নামেসে পবিত্ৰে কৰে ।
যতেক শুনয়, তথাপি নামত,
বিশ্বাস কেহো নকৰে ॥

নামৰ মহিমা, জানিল মাত্ৰেকে,
সংসাৰত পাৰে পাৰ।
দুৰ্ল্লভ মুকুতি, বৈকুণ্ঠে ভুকুতি,
অপ্ৰয়াসে মিলে তাৰ॥
মনুষ্য লোকত, এহি মান মাত্ৰে,
পৰম ধৰ্ম্ম সম্প্ৰতি।
শ্ৰৱন কীৰ্ত্তন, কৰিয়া নামক,
কৃষ্ণত কৰে ভকতি॥
ইহাৰ প্ৰমান, শুশুধিবি দূত,
এহি সত্য বেদ বাণী।
যাতনাত পৰি, মৰে যত প্ৰাণী,
এহিতো ধৰ্ম্ম নজানি॥
দেখ দেখ দুত, হৰিৰ নামৰ,
অচিন্ত্য কেন প্ৰভাৱ।
দোৰ্ঘোৰ সংসাৰ, সাগৰ তীৰতে,
নামেসে সুদৃঢ় নাৱ॥
নাম এৰি আন, মতে মোক্ষ চাৱে,
নুহিকে সিটো পণ্ডিত।
জানিবি মুখ্যতো, অধিক সেহিসে,
তাহাৰ মত খণ্ডিত॥

আশ্চর্য্য আশ্চর্য্য, ভাৰতৰ নৰ,
কিনো মন্দ কৰ্ম্ম কৰে।
হৰি হেন নাম, আছন্ত তথাপি,
যাতনা তাপত মৰে॥
ঈশ্বৰ কৃষ্ণক, নভজি আনক,
ইষ্ট দেৱ বুলি মানে।
কিনো হত বুদ্ধি, ভৈলন্ত তথাপি,
কৃষ্ণক নাভাবে মনে॥

পদ।

নিগদতি শুক শুনিওক নৃপবৰ।
যমক পুছিলে হুনাই দাৰুণ কিঙ্কৰ॥
এক বাৰ উচৰিলে নামৰ আভাষ।
কিমতে সমস্তে পাতক তাৰ ভৈলা নাশ॥
শ্ৰদ্ধায়ে সততে ভক্তি ভাৱে নাম ধৰে।
তাহাৰেসে সমস্তে পাতক নামে হৰে॥
অনুদিনে আদৰে হৰিৰ নাম লৱে।
তাৰেসে পাতক গুছে আনো সাস্ত্রে কৱে

ভাগৱত সাস্ত্ৰতে৷ আছে ঠাই ঠাই ।
দেহিসে পবিত্ৰ নাম সুমৰে সদায় ॥
হোৱে শুদ্ধ যেবে একে নাম লৈলে মাত্ৰ ।
পুৰ্ব্বিত বিহিলে কিয় প্ৰায়ছিত সাস্ত্ৰ ॥
বৃথায়ে ৰিহিলে তপ জপ তীৰ্থ চয় ।
ছেদিয়োক প্ৰভু ইটো আমাৰ সংশয় ॥
শুনি যম ৰাজা দিলা দূতক উত্তৰ ।
একো নুবুজস তোৰা পৰম পাপৰ ॥
নামৰ মহিমা শুনি নশহিলা গাৱ ।
হৰিত অধিক আছে নামৰ প্ৰভাৱ ॥
নামৰ দ্ৰোহিক হৰি নকৰন্ত ৰক্ষা ।
ৰাখে হৰি দ্ৰোহিকো নামৰ হেন কক্ষা ॥
আছিলন্ত মহিমা নাম এৰি আত খেদ ।
শুন তোৰা সংশয়ৰ দিয়ো পৰিছেদ ॥
ৰাম কৃষ্ণ নাম যিবা লৱে একবাৰ ।
কোটি জনমৰ পাপ ভস্ম হোৱেতাৰ ॥
আপুনি আগতে পাইলি সম্প্ৰতি প্ৰমান ।
দ্বিজ অজামিল ছিল পাতকী প্ৰধান ॥
নাৰায়ণ আই বুলি ডাকিলে পুত্ৰক ।
অসত্য অশুদ্ধ চিত্ত নাজানে কৃষ্ণক ॥

লাজ কাজ মৰ্য্যদাক এৰিলে যেন নট ।
গিলে ছাগলিত দ্বিজ হেনসে লম্পট ॥
কহিলো বেদৰ তত্ত্ব জানি নিশ্চয় ।
নামৰ আভাষে মাত্ৰে হোৱে পাপক্ষয় ॥
এতেকে তৰিল পাপ বন্ধনত হন্তে ।
পাইলে মুকুতি নাম সুমৰি মৰন্তে ॥
এতেকে নছাৰে কৃষ্ণ চৰণত মতি ।
ইহাৰ প্ৰমান জানস প্ৰেম ভকতি ॥
বুলিবি নামেসে সাধে যেবে সবে অৰ্থ ।
শ্ৰুতি সাস্ত্ৰ মানে তেবে সবে ভৈল ব্যৰ্থ ॥
হৰিৰ নামেসে পাৰে পাতক খণ্ডিত ।
কিয় ঋষি সবে বিহে আন প্ৰায়ছিত ॥
ইহাৰ উত্তৰ শুন যেন দূত গণ ।
বাৰ্ত্তা জানি আত পৰে যত মহাজন ॥
পৰম ৰহস্য হৰি নামক নাজানে ।
বিহে আন প্ৰায়শ্চিত কৰ্ম্মেসে বাখানে ॥
যেন মৃত্যু সঞ্জিবণী ঔষধতে সাৰ ।
সবাকো জীৱায়ে হেন প্ৰভাৱ তাহাৰ ॥
মন্দ মতি বৈদ্য সবে তাহাক নজানি ।
আনসে ঔষধ দেই ৰুগীয়াক আনি॥

মায়ায়ে মুহিলে নুবুজিলে বেদ বাণী।
কর্ম্ম কৰি অক্ষয় স্বৰ্গক মনে মানি ॥
কর্ম্ম কাণ্ড বেদতেসে মতিভৈল জড়।
যপ জজ্ঞ ব্রত কেসে বোলে কর্ম্ম বৰ ॥
বেদ সাস্ত্র নজানি কিছুৰ নাহি মাত্র।
এৰিলেক কর্ম্ম ৰাম বুলি মৰে মাত্র ॥
ভকতিকো কৰি ফুৰে অনেক ধিক্কাৰ।
কৰ্ম্মিৰো নুগুচে মহা মোহ অহঙ্কাৰ ॥
তাহাৰ নিদান কহো শুন দূতগণ।
কর্ম্ম মলে চুৰ্ণ কৰে অজ্ঞানীৰ মন ॥
কৃষ্ণ হেন ঈশ্বৰক কিঞ্চিতো নাজানে।
মন্ত্র তন্ত্র কর্ম্মকেসে মহন্ত বাখানে ॥
পৰম কঠিন মন্ত্র দুস্কৰ কর্ম্মত।
সদায়ে তাহাৰ শ্রদ্ধা নুগুচে মনত ॥
কোমল অক্ষৰ শ্রেষ্ঠ ৰাম কৃষ্ণ নাম।
অল্প বুলি এৰি বোলে তাত কোন কাম ॥
কর্ণে নুশুনয় আৰ কথাক কহন্তে।
নাম উপদেশ নেদে এতেকে মহন্তে ॥
এহি জানি হৰি নাম পৰম মঙ্গল।
যাক উচৰিলে পাৱে মহা মোক্ষ ফল ॥

পাপ প্ৰায়চিত ইটো কোন মোক্ষ কাম।
এহি জানি জ্ঞানন্তায়ো নকহিলে নাম॥
আৰ এক অভিপ্ৰায় কহো শুন দুত।
পৰম ৰহস্য নাম ধৰ্ম্ম অদ ভুত॥
ইহাৰ মহিমা মাত্ৰ জানে যিতো প্ৰাণী।
এতেকে মুকুতি পাৱে কৈলো সত্য বাণী॥
যেবে জানে জগতে নামৰ তত্ত্ব ভেদ।
পাই সবে মোক্ষ পদ সংসাৰ উছেদ॥
এহি বুলি নাম ধৰ্ম্ম নকৰি বিদিত।
জানিয়া আনেসে বিহিলেক প্ৰায়চিত॥
আৰ কিছু কথা আত বুলি বাক পাৰি।
জানিল নামক যিটো বেদক বিচাৰি॥
নকহিল তথাপি নামৰ তত্ত্ব মৰ্ম্ম।
উশ্চাৰিল ইটো প্ৰায়চিত ধৰ্ম্ম কৰ্ম্ম॥
যেন মহা ব্ৰহ্ম জ্ঞান ৰাখস দুষ্টৰ।
তেনয় দুষ্কৰ কাম কৰ্ম্মি মনুষ্যৰ॥
নাসে আন বচন মুখত সব হৰি।
ওঠক কৰালে যেবে বোলা ৰাম হৰি॥
নাহিকে মুখত নাম নুহিকে বিশ্বাস।
কৰ্ম্মীক দেখিবে বৃথাসে প্ৰয়াস॥

নাম ধৰ্ম্ম এৰি হুইবে পাষণ্ড পৰাই।
নখণ্ডিলে প্ৰায়চ্ছিত্ত এহি অভিপ্ৰায়॥
ৰাখিলন্ত কৰ্ম্ম কাণ্ড অজ্ঞানীৰ পদে।
কৰ্ম্মীক নেৰয় ঘোৰ সংসাৰ আপদে॥
জন্মে জন্মে কৰি আছে পাপৰ পৰ্ব্বত।
আজোৰন্তে নাম নাসে তাহাৰ মুখত॥
নলৱে সন্তৰ সঙ্গ স্বীকাৰ নেৰন্ত।
জানিবা সেহিসে নিজ পৰম পাষণ্ড॥
জন্ম জন্মে আৰাধিলে যিতো মহাহৰি।
তাহাৰ জিহ্বাত নাম আসে সৰ সৰি॥
তাৰ কৃষ্ণ কথাত উপজে আসি ৰস।
সি সি গুণৱন্তে গাৱে হৰি গুণ যশ॥
সেহি জন আন একো পুণ্যক নেদেখে।
হৰি ভকতক পাইলে প্ৰাণ সম দেখে॥
উপজে কৃষ্ণত প্ৰেম মনে ধৰে ৰূপ।
জীৱন্তে কৃষ্ণক পাইলে কহিলো স্বৰূপ॥
হেন বিমৰিষি যিটো মহা বুদ্ধিমন্ত।
অত্যন্ত কটিত ভজে গুৰু ভগৱন্ত॥
শ্ৰবণ কীৰ্ত্তন নাম নছাৱে মুখত।
মোৰ দণ্ড যোগ্য হুহি সিটো গুণীনৰ॥

নকৰিব পাপ সিটো চিতনী আহ্লাদে।
যদি বা তাহাৰ সিজে পাতেক প্ৰমাদে ॥
হৰি নাম কীৰ্ত্তনে তেখনে হুইবে নাশ।
পাপী হেন বুলি তাৰ নছাপিবি পাশ ॥
শুন দূতগণ কহো হেনসে বচন।
কৃষ্ণত একান্তে যিটো পশিল শৰণে ॥
ঐৰ পৰা মই মান্য কৰো নিতে নিত।
দেৱে সিদ্ধে তাহানেসে গাই গুণ গীত ॥
তাসম্বাৰ নাছাপিবি সমীপ কিঙ্কৰ।
লগে ফুৰে কৌমুদকী গদা গোবিন্দৰ ॥
পাই হাড় মুণ্ড গুৰি কৰিবে কোৰাই।
কহিলো স্বৰূপে তেবে মোত দোষ নাই ॥
কালে কিছু অপকাৰ নপাৰে আমাৰ।
সিটো ভকতত নাই মোৰ অধিকাৰ ॥
হেন জানি তাহাক দুৰতে পৰি হৰি।
আপোনাৰ প্ৰাণ ৰাখি ফুৰিবি অন্তৰি ॥
যিটো জনে ফুৰে ৰাম নামক উচ্চৰি।
পাছে পাছে যান্ত কৃষ্ণ কৰে গদাধৰি ॥
যেন ধেনুসে বাছুৰ পাছ লাগে।
ৰক্ষা কৰি ভক্তক ফুৰন্ত অনুৰাগে ॥

বিষ্ণুৰ পৰম প্ৰিয় ভকত বান্ধৱ।
ভকত জনৰ মহা সুহৃদ মাধৱ ॥
তাহৰ কাৰক গৈলে হুইবি লণ্ড ভণ্ড।
চক্ৰে কাটি তেখনে কৰিবে খণ্ড খণ্ড ॥
জানিয়া ফুৰিবি দুত আপোনাক মানি।
যথাত সুশুন কৰ্ণে হৰি নাম ধনি ॥
শ্ৰৱন কীৰ্ত্তন যৈত নাহিকে প্ৰচাৰ।
সেহিসে স্থানত দুত কৰিবি নিবাস ॥
কহিলোহো হিত আৰ এৰিবি সংশয়।
আপোনাক ৰাখিয়া ফুৰিবি দুত চয় ॥
কদাচিতো বৈষ্ণৱৰ নচাপিবি পাছ।
মোৰ বাক্য নকৰিলে হুইবি সৰ্ব্বনাশ ॥
মই তোমাসাক দুনাই দুনাই দেয়ো হাক।
আপুনি বৰ্ত্তিবি তেবে ৰাখিবি আমাক ॥
বৈষ্ণৱৰ থাইক লাগি নকৰিবি গতি।
এহি বুলি দুতক শিখাইল প্ৰতি প্ৰতি ॥
শুনা সভাসদ পদ মহা ভাগৱত।
অনুমাত্ৰো সাৰ নাই ইটো সংশাৰত ॥
মায়াময় বিষয়ত মৰিলাহা মজি।
মিছাতে গৱালা কাল কৃষ্ণক নভজি ॥

হৰি ভকতিক লাগি কৰিও প্ৰবন্ধ ।
কৃষ্ণক নুপুজে যিটো কিনো লোক অন্ধ ॥
যাৰ নাম লৈলে মাত্ৰ সংসাৰক তৰি ।
হিয়াত আছন্ত হেন কৃপাময় হৰি ॥
যাবে নভু মিলে আমি দোৰ্ঘোৰ মৰণ ।
সত্বৰে কৃষ্ণৰ পাৱে পশিৱো শৰণ ॥
কৃষ্ণৰ চৰিত্ৰ শুনিওক অবিশ্ৰাম ।
সুখে দুখে মুখে নচাৰিবা হৰি নাম ॥
কৰিলন্ত পাঞ্চসত্য কেশৱে পূৰ্ব্বত ।
মহা নিষ্ট কৰি ধনঞ্জয়ৰ আগত ॥
নাম বিনে অৰ্জ্জুন তাৰন্তা নাহি আন ।
নিৰন্তৰে বেদৰ এহিসে অবিধান ॥
হেন জানি কৃষ্ণৰ চৰণ চিন্তা চিতে ।
কৃষ্ণ কথা অমৃতক পিয়া প্ৰতি নিতে ॥
দোৰ্ঘোৰ যাতনা তৰিবাৰ কৰা কাম ।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

## তুলবি।

নিগ দতি শুক, শুনা অনন্তৰে,
কৃষ্ণ কথা অদম্ভুত।
যমৰ বচন, শুনি পুনৰপি,
পুছিলা সমস্তে দুত॥
বিষ্ণু ভকতৰ, নচাপিবো পাছ,
তোমাৰ আজ্ঞাক লৈয়া।
ভালমতে আবে, চিনায়োক প্ৰভু,
আমাত কোন পৰয়া॥
মনুষ্য মধ্যত, কোন মহা পাপী,
তাকো জানি বাক লাগে।
চাৰি মহা সিটো, সিদ্ধৰ হাতত,
ইবাৰ বৰ্ত্তিলো ভাগ্যে॥
কাক আনি এত, ভুঞ্জাইবো যাতনা,
কত কোন দোষ আছে।
ভাল মতে মোত, কহিবা ইবাৰ,
সমুলি মৰিবো পাছে॥
দুতৰ বচন, শুনি বুলিলন্ত,
যমে কৰি থিৰ মতি।

যাত অধিকাৰ, তোমাক কহিবো,
শুনিবি দুত সম্প্ৰতি ॥
ব্ৰহ্মা মহা দেৱ, কৰে যাক সেৱ,
আছন্ত কৃষ্ণ ঈশ্বৰ।
তান্ত পৰে আৰ, দেব নাই নাই,
আমিও যাৰ কিঙ্কৰ ॥
সনক সনন্দ, সিদ্ধে আৰাধন্ত,
যাহাৰ পদ কমল।
হেন মাধৱৰ, চৰণ সেৱাত,
বিমুখ যিটো নিশ্চল ॥
নৰকৰ পথ, ইটো গৃহ বাস,
আতেসে ৰতি যাহাৰ।
তাকে ধৰি আন, পাতকী প্ৰধান,
তাতে আছে মোৰ দায় ॥
ধৰ্ম্ম অনু পাম, কৃষ্ণ গুণ গান,
নথাকে যাৰ জিহ্বাত।
জগত তাৰণ, কৃষ্ণৰ চৰণ,
নিচিন্তে যিটো হিয়াত ॥
ঈশ্বৰ কৃষ্ণক, বাৰেকো নকৰে,
প্ৰণাম যিটো নিশ্চল।

তাকে ধৰ চাপি, সেহি ঘোৰ পাপী,
বান্ধি আন হাতে গলে ॥
বৈষ্ণৱক দেখি, কৰে উপহাস্য,
ভকতি পথক নিন্দে ।
সিটো দুৰ্জ্জনক, যেন হৰিনামে,
সম্যকে কানত বিন্ধে ॥
সংসাৰ মধ্যত, তাহন্ত পৰে পাপী,
আউৰ একো নাই ।
নুসুধিবি তাক, আন যাতনাক,
লোহাৰ ডাঙ্গে কোবাই ॥
কৃষ্ণৰ কীৰ্ত্তন, নকৰি যি নৰে,
আনসে ধৰ্ম্ম আচৰে ।
কৃষ্ণৰ কথাত, কানো নপাতয়,
অধৰ্ম্ম সিটো পামৰ ॥
ভকতৰ যত, পাতক পলাই,
কাঢ়ন্ত হোন নিশ্বাস ।
পলাইবাৰ পুৰি, নাপায় খুজি লুৰি,
তাতে কৰে সবে বাস ॥
সিটো দুৰাচাৰ, পাপৰ ভাণ্ডাৰ,
চাহিবে নলাগে তাক ।

ধৰ গৈয়া বলে, বান্ধি হাতে গলে,
ঝান্তে আন যাতনাক ॥
সেহি মহা ৰণ্ড, পৰম পাষণ্ড,
দণ্ডে কোবাই কৰ চুৰ ।
চিনাইলো পৰয়া, মোৰ আজ্ঞা লৈয়া,
মনুষ্য লোকত ফুৰ ॥
দূতক এতেক, কহি যমে পাছে,
কৃষ্ণৰ দিশক চায় ।
কৰি কৃতাঞ্জলি, বুলিলা বিনয়,
হুৱা অৱনত কায় ॥
তোমাৰ নামৰ, মহিমা নজানি,
দূতে কৰিলেক দোষ ।
সেৱকৰ দায়, পাৱয় প্ৰভুকো,
ইসে ভৈল অসন্তোষ ॥
ক্ষেমিয়োক স্বামী, জানিবাহা আমি,
কৰিলো ইটো অকৰ্ম্ম ।
হুয়োক সদয়, প্ৰভু কৃপাময়,
মহন্তৰ ক্ষেমা ধৰ্ম্ম ॥
এহি বুলি যমে, মৌন হুৱা ৰৈলা,
কৃষ্ণৰ চিন্তি চৰণ ।

প্রেম উপজিল, লোতক ঝৰিল,
নেৰিল কৃষ্ণ চৰণ ॥

---

## ছবি।

বৈষ্ণৱৰ মহিমাক, যমৰ মুখত শুনি,
হিয়াত পশিল মহাভয়।
সেহি দিনা ধৰি পাছে, ভকতক দেখিলেয়ো,
তৰতৰি কাম্পে দূতচয় ॥
ডৰে কাম্পে চক্ষু ছেপি, কতো যায় পাছ গুছি,
চাহিবে নোৱাৰে মাথা তুলি।
প্ৰভাৱ দেখিয়া বোলে, বৈষ্ণৱৰ কিনো তেজ,
জানো মাৰে আমাক সমূলি ॥
কীৰ্ত্তনৰ ধ্বনি যথা, যৈত শুনে হৰিকথা,
তাক ডৰে অন্তৰি পলাই।
নামৰ শুনন্তে ৰোল, হৰে মুখৰ মাতবোল,
লৰৰয় পাছক নচায় ॥
নাই শ্ৰুতি যেন মৰা, চক্ৰে কাটিলেক পৰা,
যোনো আজি মোৰ মনে বুৰে।
জিহ্বা আন কথা কয়ে, তাকো বোলে নামলৰে,
দূতৰ ডৰত ধাতু উৰে ॥

কৰে আন কনা কানি, যদি শুনে ঝন ঝনি,
থমকি শুনয়ে কান পাতি।
অন্যে অন্যে বোলে শুন, যোনো গায়ে হৰি গুণ,
পলাইবাক লাগি বান্ধে গতি॥
মহা ত্ৰাশ হুয়া আতি, সপোনতো চেঞ্চাই আতি,
পলা পলা চক্রে খেদি পাইলে।
এহি মতে দূত গণে, অসুখ অসান্তি মনে,
পলাই বৈষ্ণৱক লাগ নেদি॥
কহিলো নৃপতি মৰ্ম্ম, কৃষ্ণৰ কীৰ্ত্তন ধৰ্ম্ম,
জগত মঙ্গল ইসে নিজ।
মহা মহা পাপৰাশি, এহিসে বিনাশে আসি,
উভাৰে পাপৰ যত বিজ॥
কৃষ্ণ গুণ নাম স্মৰি, শ্ৰৱন কীৰ্ত্তন কৰি,
যেন মতে শুদ্ধ হুই নৰে।
কোটি তীৰ্থ ব্ৰত তপে, কোটি যাগ যোগ জনে,
সেহি মতে পৰিত্ৰাণ কৰে॥
কৃষ্ণ পদ পঙ্কজৰ, মধু পীয়ে যিতো নৰ,
তাৰ মন নপৰে কৰ্ম্মত।
কৃষ্ণতেসে কৰে ৰতি, মিলে মহা বীৰকতি,
ঘোৰ দুখময় বিষয়ত॥

ভকতিক অনাদৰি, যিতো প্ৰায়ছ্চিত কৰে,
তাৰ কৰ্ম্ম সকল বিফল।
যেন ধুয়াই আনে হাতী, ছুনাই লৱে ধুলি মাটি,
শৰীৰত বান্ধে অতি মল॥
পূৰ্ব্বত অগস্তি ঋষি, মলয়া পৰ্ব্বতে বসি,
আছন্ত হৰিক কৰি ধ্যান।
কহিলাহা মোত, ইটো ইতিহাস কথা,
নাম বিনে ধৰ্ম্ম নাহি আন॥
শুনিলাহা পৰীক্ষিত, নাম ধৰ্ম্ম বিপৰিত,
কহিলো তোমাত দয়া ভৰে।
ইহাত বিশ্বাস কৰি, যিতো ফুৰে নাম ধৰি,
সিটো সুখে সংসাৰক তৰে॥
শুনিয়োক সভাসদ, মহা ভাগৱত পদ,
তিনিয়ো লোকত ইসে সাৰ।
কৰিও বিশ্বাস আত, এৰায়ো যমৰ হাত,
নাম বিনে নাহিকৈ নিস্তাৰ॥
বুজিবা সাস্ত্ৰৰ মজা, কৃষ্ণেসে দেৱৰ ৰাজা,
হৰি নাম ধৰ্ম্মৰো ঈশ্বৰ।
তপ যপ তীৰ্থ স্নান, যাগ যোগ মহা জ্ঞান,
জ্ঞানা সবে নামৰ কিঙ্কৰ॥

নাই আন অন্য কথা, বিৰচিলো কৃষ্ণ কথা,
আক শুনি হুয়োক সন্তোষ ।
নিন্দা নকৰিবা মোক, কৃষ্ণে সবে খণ্ডন্তোক,
আছে বঢ়া টুটা যত দোষ ॥
হৰি হৰি নাম স্মৰে, সমস্তে বিপদ হৰে,
মহন্তৰ হেনসে সম্মত ।
নাম বিনে নাহি আন, অজামিল উপাখ্যান,
এহিমতে ভৈল সমাপত ॥
হেন কৃষ্ণ কৰো সেৱ, হে কৃপা কৰাদেৱ,
তোমাতেসে থাকে যেন মতি ।
চৰণে বিক্রয় গৈলো, তোমাৰেসে ভৃত্য ভৈলো,
জন্মে জন্মে তুমি মোৰ গতি ॥
মই মহা মন্দমতি, তোমাত নকৰো ৰতি,
ইটো আয়ু নিলো আলে জালে ।
হুয়ো প্রভু উপসাম, তোমাৰ চৰণে নাম,
নছাৰোক মোক অন্তকালে ॥
কৃষ্ণেসে সুহৃদ নিজ, নামেসে মুখ্যৰ বিজ,
ভৈল তয়ু প্রসাদে বিদিত ।
তুমিসে পৰম গুৰু, ভকতৰ কল্পতৰু,
জানে যেবে যাৰ যেনে চিত্ত ।
কৰো প্রভু কৃতাঞ্জলী, ধৰা মোক ভৃত্য বুলি,
হেন কৰো সহস্র প্রণাম ।
কৃষ্ণৰ ভৃত্যৰো ভৃত্য, শঙ্কৰে ৰচিলা গীত,
নিৰন্তৰে ডাকি বোলা ৰাম ৰাম ।